# অসমীয়া ভাষাৰ ৰূপ-কথা

ডঃ উপেন্দ্ৰনাথ গোস্বামী
গুৱাহাটী বিশ্ববিদ্যালয়

নিউ বুক ষ্টল
গুৱাহাটী—১

ASAMIYA BHASHAR RUPA-KATHA : The story of Morphemes in the Assamese Language, a descriptive study with some historical accounts by Dr. Upendranath Goswami, Reader in Assamese, Gauhati University and published by Sri Ratneswar Datta, New Book Stall, Gauhati-1, 1974.

প্ৰকাশক :
শ্ৰীৰত্নেশ্বৰ দত্ত
নিউ বুক ষ্টল
গুৱাহাটী—১

প্ৰথম প্ৰকাশ : ১৯৭৪ চন



মূল্য : ৬·৫০ টকা

বেটুপাত-শিল্পী : শ্ৰীত্ৰৈলোক্য দত্ত

ছপাখানা :
লক্ষ্মী-সৰস্বতী প্ৰেছ
২০৯বি, বিধান সৰণী
কলিকতা-৬

# অসমীয়া ভাষাৰ ৰূপ-কথা

# সূচী-পত্ৰ

# সঙ্কেত-চিহ্ন আৰু সংক্ষিপ্ত ৰূপ

> এটাৰ পৰা হোৱা।
∠ এটাৰ পৰা অহা।
* কল্পিত, নিৰ্মিত ৰূপ।
√ ধাতু।
/ / বিশিষ্টধ্বনিসূচক।
পৰি. = পৰিচ্ছেদ।
তু. = তুলনা।
প্ৰা. = প্ৰাকৃত।
সং. = সংস্কৃত।
কাম. = কামৰূপী উপভাষা।
প্ৰা. ভা. আ. = প্ৰাচীন ভাৰতীয় আৰ্য-ভাষা।
ম. ভা. আ. = মধ্য ভাৰতীয় আৰ্য-ভাষা।
ন. ভা. আ. = নব্য ভাৰতীয় আৰ্য-ভাষা।
মা. প্ৰা. = মাগধী প্ৰাকৃত।
বৰ্ত. কৃ. = বৰ্তমানকালিক কৃদন্ত।
পু. অ. = পুৰণি অসমীয়া।
হি. = হিন্দী।
A. F. D. = Assamese its Formation and Development.
পা. = পালি।
মা. ক. = মাধৱ কন্দলী।
চৰ্যা. = চৰ্যাপদ।
অপ. = অপভ্ৰংশ।
বৈ. = বৈদিক।
অস. = অসমীয়া।

---

# আগ-কথা

মানুহ সামাজিক প্ৰাণী, মানুহ কথা-কোৱা প্ৰাণী। কথা বা ভাষাই মানুহক আন প্ৰাণী বা জীৱ-জন্তুৰ পৰা পৃথক কৰিছে। মানুহৰ কথা-কোৱা বা ভাষা-কোৱা ক্ষমতা কিন্তু এটা আচৰিত ক্ষমতা। জগতৰ বিভিন্ন ঠাইত ভিন ভিন ভাষাৰ প্ৰচলন আছে। কিন্তু প্ৰত্যেক ভাষাৰে একোটা নিজস্ব শৃঙ্খলা আছে, প্ৰত্যেকৰে গঠন-পদ্ধতিৰ একোটা প্ৰণালী আছে। সেই প্ৰণালীৰ আৱিষ্কাৰৰ দ্বাৰা কোনো এটা ভাষাক সূক্ষ্মভাৱে তন্ন তন্নকৈ আলোচনা কৰিব পাৰি। কোনো এটা ভাষাৰ গঠন-পদ্ধতিৰ তন্ন তন্ন বিচাৰেই সেই ভাষাৰ ব্যাকৰণ। আনভাৱে ক'বলৈ হ'লে কোনো এটা ভাষাৰ ব্যাকৰণ হ'ল সেই ভাষাটোৰ কথিত ৰূপৰ গঠন-পদ্ধতিৰ বিৱৰণ। ভাষা এটাৰ লিখিত বা সাহিত্যিক ৰূপো থাকিব পাৰে। কিন্তু সেই সাহিত্যিক ৰূপৰো ব্যাখ্যা দিবলৈ হ'লে ভাষাটোৰ কথিত ৰূপৰ বিশ্লেষণৰ ব্যাখ্যা অপৰিহাৰ্য হৈ উঠে। ভাষা এটাৰ সাহিত্যিক ৰূপত আন ভাষাৰ প্ৰভাৱো থাকিব পাৰে। তেনে প্ৰভাৱ যদি বেছি হয় তেনেহ'লে তাৰো সুকীয়া বিৱৰণ দাঙি ধৰাটো দৰ্কাৰ। এনে দৃষ্টিৰে অসমীয়া ভাষাৰ কথিত ৰূপৰ গঠন-পদ্ধতি বিশ্লেষণ কৰি এতিয়ালৈকে অসমীয়াত পুথি ৰচনা কৰা হোৱা নাই বুলি ক'ব পাৰি। এই পুথিত অসমীয়া মান্য উপভাষাটোৰ গঠন-পদ্ধতিৰ বিশ্লেষণ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।

ভাষা এটাৰ গঠন-পদ্ধতিৰ বিশ্লেষণ মানে প্ৰথমতে ভাষাটোৰ বিশিষ্টধ্বনি, তাৰ পাছত সেইবোৰৰ সংযোগ বা ৰূপ আৰু অৱশেষত ৰূপবোৰৰ সংযোগ বা বাক্য-গঠন-পদ্ধতি আদিৰ বৰ্ণনা। এই পুথিখনত অসমীয়া ভাষাৰ বিশিষ্ট-ধ্বনিবোৰৰ সংক্ষিপ্ত বিৱৰণ দিয়াৰ পাছত সেইবোৰৰ সংযোগত হোৱা ৰূপবোৰৰ বিশেষভাৱে আলোচনা কৰা হৈছে। ৰূপৰ ৰূপেৰে সৈতে সংযোগ বা বাক্য-গঠনৰ বহল আলোচনালৈ নগৈ তাৰো সাধাৰণ আলোচনা দাঙি ধৰি অকল ৰূপ-ৰচনাৰ ওপৰতে বিশেষ দৃষ্টি ৰখা হেতুকে পুথিখনৰ নামকৰণো 'অসমীয়া ভাষাৰ ৰূপ-কথা' হিছাপে ৰখা হৈছে। প্ৰকৃতপক্ষে এইখন অসমীয়া ভাষাৰ গঠন-পদ্ধতিৰ বিশ্লেষণাত্মক পুথি। সাধাৰণভাৱে ই এখন অসমীয়া ব্যাকৰণো। সচৰাচৰ আমাৰ ব্যাকৰণবোৰত বিশেষ্য, বিশেষণ আদি শব্দবোৰৰ যেনে ধৰণৰ সংজ্ঞা দিয়া হৈছে এই পুথিখনত সেইবোৰক তেনে ধৰণে নাৰাখি কোনো

ৰূপৰ আন ৰূপৰ লগত কেনে ধৰণৰ সম্পৰ্ক হয় আৰু বাক্যত সেই ৰূপবোৰৰ কি স্থান আদিৰ প্ৰতি লক্ষ্য ৰাখিহে ভাষাবৈজ্ঞানিক দৃষ্টিৰে সেই ৰূপবোৰৰ সংজ্ঞা নিৰ্ধাৰণ কৰা হৈছে। পুথিখনত ব্যৱহাৰ কৰা পাৰিভাষিক শব্দবোৰৰ বেছি ভাগ শব্দ আমাৰ 'ভাষা-বিজ্ঞান' নামৰ পুথিখনৰ পৰা লোৱা হৈছে। বাকী অংশ পূৰ্ববৰ্তী বৈয়াকৰণসকলৰ বিশেষকৈ সত্যনাথ বৰা, হেমচন্দ্ৰ বৰুৱা আৰু কালিৰাম মেধিৰ পুথিৰ পৰা গ্ৰহণ কৰা হৈছে।

পুথিখনত সকলোবোৰ ৰূপকে প্ৰথমতে বিশিষ্টধ্বনি অনুযায়ী লেখা হৈছে যাতে ৰূপবোৰৰ প্ৰকৃত উচ্চাৰণ সম্ভৱ হয়। বন্ধনীৰ ভিতৰত লিখিত ৰূপটোও দিয়া হৈছে। অসমীয়া ভাষাত অনেক সংস্কৃতীয়া প্ৰয়োগ চলি আছে। সেইবোৰৰ সম্যক জ্ঞান জন্মিবলৈ হ'লে অসমীয়া ভাষাৰ গঠন-পদ্ধতিৰ বিশ্লেষণৰ লগতে বিশেষকৈ সংস্কৃতৰ সন্ধি, কৃৎ-তদ্ধিত প্ৰত্যয়, ষত্ব-ণত্ববিধি, লিঙ্গভেদ, উপসৰ্গ আদিৰ যিবোৰ অসমীয়া ভাষাত প্ৰায়ে ব্যৱহাৰ হৈ থাকে সেইবোৰৰ আলোচনা থকাটো উচিত। পৰিশিষ্টত সেই কাৰণে 'অসমীয়া ভাষাৰ সংস্কৃত স্তৰ' নামৰ আলোচনা এটা দিয়া হৈছে। অসমীয়া ভাষাৰ উচ্চাৰণ-সমস্যা আৰু বাণন-পদ্ধতিৰ বিষয়েও কিছু কথা আলোচনা কৰা হৈছে। পুথিখনে পঢ়ুৱৈ-সমাজৰ পৰা আদৰ পালে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি মানিম। পুথিখনত দোষ-ত্ৰুটি নিশ্চয় আছে। তাৰ বাবে সুধী-সমাজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। পুথিখন প্ৰকাশ কৰি উলিওৱা বাবে নিউ বুক ষ্টলৰ কৰ্মকৰ্তা সকললৈ ধন্যবাদ জ্ঞাপন কৰিছোঁ।

শ্ৰীউপেন্দ্ৰনাথ গোস্বামী

গুৱাহাটী
১৯৭৪ চন

# অসমীয়া ভাষাৰ ৰূপ-কথা

## অৱতৰণিকা

১ কোনো জন-সমষ্টিয়ে স্পষ্ট ধ্বনি-উচ্চাৰণৰ জৰিয়তে মনোভাৱ প্ৰকাশ কৰি পাৰস্পৰিক সহযোগিতা আৰু দৈনন্দিন জীৱনৰ কাৰ্য-পৰিচালনাৰ বাবে অৱলম্বন কৰা প্ৰণালীক ভাষা বোলে। সংক্ষেপতে ক'বলৈ হ'লে উচ্চাৰিত ধ্বনি-প্ৰতীকৰ সহায়ত ভাৱৰ পূৰ্ণ অভিব্যক্তিৰ নাম ভাষা। ভাষাৰ মূল ধ্বনি বুলি ক'ব পাৰি। স্পষ্ট ধ্বনিৰ নিজৰ কোনো অৰ্থ নাই। এটা নাইবা তাতকৈ অধিক ধ্বনিৰ সংযোগত একোটা অৰ্থ প্ৰকাশিত হয়। ইয়াৰ নাম ৰূপ। এটা বা অধিক ৰূপৰ সংযোগ আৰু সেইবোৰৰ পাৰস্পৰিক সম্পৰ্কৰ ফলত একোটা স্পষ্ট মনোভাৱ প্ৰকাশ পায়। ইয়াক সাধাৰণতে বাক্য বুলি কোৱা হয়। বাক্যৰ সমষ্টিয়ে সুদীৰ্ঘ মনোভাৱ ব্যক্ত কৰে। এইদৰে পাৰস্পৰিক সহযোগিতাৰ সৃষ্টি হয়। অৰ্থাৎ একোখন ঠাইৰ একোটা ভাষাই গঢ় লয়। গতিকে কোনো এটা ভাষা জানিবলৈ হ'লে সেই ভাষাৰ ধ্বনি, ধ্বনিৰ সংযোগ বা ৰূপ-গঠন আৰু ৰূপৰ সংযোগ বা বাক্য-গঠনৰ বিষয়ে অৱগত হ'ব লাগিব।

২ যি পুথিত কোনো এটা ভাষাৰ গঠন-প্ৰণালী আলোচনা কৰা হয় সেই পুথিক সেই ভাষাৰ ব্যাকৰণ বোলে। আমাৰ প্ৰায় ভাগ অসমীয়া ব্যাকৰণত "যি পুথি পঢ়িলে ভাষা শুদ্ধকৈ ক'ব আৰু লিখিব পাৰি" সেই পুথিকে ব্যাকৰণ বুলি কোৱা হৈছে। মাত্ৰ সত্যনাথ বৰাই 'বহল ব্যাকৰণ'ৰ পাতনিত ব্যাকৰণ সম্পৰ্কে এটা স্পষ্ট আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গী দাঙি ধৰা দেখা যায়। তেওঁ লেখিছে "ব্যাকৰণ ভাষাৰ বিশ্লেষণ বা ভাঙনি। ই ভাষা এটা খণ্ড খণ্ড কৰি তাৰ গঠন-প্ৰণালীটোক ভাঙ্গি-ছিঙ্গি ভিন ভিন কৰি দেখুৱাই দিয়ে আৰু সেই ভিন ভিন খণ্ডবিলাকৰ ভিন ভিন নাম দিয়ে।"

৩ অসমীয়া ব্যাকৰণৰ ক্ষেত্ৰত প্ৰথমতে অসমীয়া ধ্বনি সম্পৰ্কে আলোচনাৰ দৰ্কাৰ। অসমীয়াত সৰ্বমুঠ ঊনত্ৰিশটা বিশিষ্টধ্বনি আছে। এইবোৰৰ আঠোটা স্বৰ আৰু একৈশটা ব্যঞ্জন। স্বকীয়াভাৱে অৰ্থ প্ৰকাশ কৰা ধ্বনি-সংযোগৰ ভিতৰত কোনো এটা ধ্বনিৰ ঠাইত যদি আন এটা ধ্বনি ব্যৱহাৰ কৰা হয় আৰু সেইটোৰ পৰা আন এটা অৰ্থ প্ৰকাশিত হয় তেনেহ'লে সেই ধ্বনি দুটাক

বিশিষ্টধ্বনি বোলে ; যেনে, তিল ( ত-ই-ল ) আৰু তেল ( ত-এ'-ল )। ইয়াত ই ধ্বনিৰ ঠাইত এ' ধ্বনি দিয়াৰ ফলত শব্দ দুটাই ভিন্ন অৰ্থ বুজালে। গতিকে ই, এ' অসমীয়াত দুটা বিশিষ্টধ্বনি। অসমীয়াত বিশিষ্ট স্বৰধ্বনিকেইটা হ'ল : অ, আ, ই, উ, এ, এ', অ' ও। তলৰ চিত্ৰৰ পৰা সেইবোৰক আৰু স্পষ্টৰূপে বুজা যাব।

| | সম্মুখ | কেন্দ্ৰীয় | পশ্চ |
|---|---|---|---|
| উচ্চ | ই | | উ |
| উচ্চ-মধ্য | এ | | ও |
| উচ্চ-নিম্ন-মধ্য | এ' | | অ' |
| নিম্ন-মধ্য | | | অ |
| নিম্ন | | আ | |

৪ অসমায়াত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ ভিতৰত পাৰ্থক্য নাই। গতিকে দৈৰ্ঘ্য অসমীয়া ভাষাত বিশিষ্টধ্বনি নহয়। স্বৰৰ অনুনাসিকতা হ'লে বিশিষ্টধ্বনি। উদাহৰণ :

/ই/ বিল, তিল।
/এ/ বেল ( স্কুল বা কলেজৰ )
/এ'/ বে'ল ( গছৰ ), তে'ল।
/আ/ তাল।
/অ/ তল, বল।
/অ'/ ব'ল ( যাওঁ ব'ল )।
/ও/ বোল ( ৰং )।
/উ/ বুল।
/ঁ/ কাহ, কাঁহ।



৫ অসমীয়াত কিছুমান দ্বিস্বৰধ্বনি[১] আছে। সেইবোৰৰ ভিতৰত সচৰাচৰ এইকেইটা ব্যৱহাৰ হয় : ইউ, এই, এউ, এ'ও, আই, আউ, অই, অ'ই, অ'উ, উই। উদাহৰণ : ঘিউ, সেই, নেউল, দে'ও ( দেও ), ভাই, নাউ ( নাও ), তই, নৈ, মৌ, জুই।

৬ বিশিষ্ট ব্যঞ্জনধ্বনি অসমীয়াত একৈশটা : ক, খ, গ, ঘ, ঙ, চ, জ, ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, ৰ, ল, স, হ। 'ঙ' ত বাহিৰে আটাইকেইটা ব্যঞ্জনধ্বনি শব্দৰ আৰম্ভণি, মাজ আৰু শেষত ব্যৱহাৰ হ'ব পাৰে। 'ঙ' শব্দৰ আৰম্ভণিত ব্যৱহাৰ নহয়। উদাহৰণ :

| | |
|---|---|
| /প/ পাত। | /গ/ গাল, গা। |
| /ফ/ ফাত ( ফাট )। | /ঘ/ ঘা। |
| /ব/ বাত ( বাট )। | /ম/ মাক। |
| /ভ/ ভাত। | /ন/ নাক, সুন ( শুন )। |
| /ত/ তাপ। | /ঙ/ সুঙ ( শুঙ )। |
| /থ/ থাপ। | /ল/ লঙ ( লং )। |
| /দ/ দান। | /ৰ/ ৰঙ ( ৰং )। |
| /ধ/ ধান। | /চ/ চাল ( ছাল )। |
| /ক/ কাল। | /জ/ জাল। |
| /খ/ খাল। | /স/ সাত। |
| | /হ/ হাত। |

৭ অসমীয়াত য় আৰু ৱ অৰ্ধস্বৰ। (অনাক্ষৰিত স্বৰধ্বনিক অৰ্ধস্বৰ বোলে)। য় আৰু ৱ অসমীয়াত শ্ৰুতিধ্বনিহে। ( ওচৰা-উচৰিকৈ থকা দুটা বিভিন্ন ধ্বনি উচ্চাৰণ কৰি এটাৰ পৰা আনটোলৈ যাওঁতে মাজতে হঠাৎ এটা নতুন ধ্বনি উচ্চাৰিত হয়। এয়ে শ্ৰুতিধ্বনি। ) অসমীয়াত ওচৰা-উচৰিকৈ থকা দুটা স্বৰধ্বনিৰ আগৰটো ই হ'লে দুয়োটা ধ্বনিৰ মাজত আপোনা-আপুনি য় উচ্চাৰিত হ'ব। আগৰটো উ বা ও হ'লে আপোনা-আপুনি ৱ উচ্চাৰিত হ'ব। অ-অ নাইৱা

১. উশাহৰ একে টানত দুটা স্বৰধ্বনি একেলগে উচ্চাৰণ কৰোঁতে যদি এটা অক্ষৰত পৰিণত হয়, তেতিয়া হ'লে সেইটোৰ নাম দ্বিস্বৰ। কোনো ধ্বনি-সমষ্টিৰ এটা আনটো বা আনবোৰতকৈ যদি বেছি মুখৰ হয়, তেনেহ'লে মুখৰ আৰু মুখৰ নোহোৱা ধ্বনিকেইটা লগ লাগি একোটা অক্ষৰত পৰিণত হয়। দ্ৰষ্টব্য : লেখকৰ '**ভাষা-বিজ্ঞান**', ২য় সংস্কৰণ।

আ-অ, ও-এৰ মাজতো ৱ দেখা যাব। সেই কাৰণে হ'ৰিএ>হ'ৰিয়ে ( হৰিয়ে ), জ'হুএ>জ'হুৱে-( যহুৱে ), লোএ>লোৱে ইত্যাদি। কিন্তু ই-ওৰ মাজত য় উচ্চাৰিত নহয়; যেনে, হ'ৰিও ( হৰিও )। একেলগে তিনিটা স্বৰধ্বনিৰ সংযোগ ঘটিলে মাজত থকা ই আৰু উ স্বৰধ্বনি অনাক্ষৰিক হয় আৰু সেই-কেইটাক শ্ৰুতিধ্বনিৰে বুজোৱা হয়; যেনে, আইএ>আয়ে, বৌএ>বৌৱে, মইও>ময়ো, গাউএ-গাঊএ>গাৱেঁ—গাৱেঁ। ইঅ'ই, ওআই আদি স্বৰধ্বনিৰ সংযোগ হ'লে দ্বিতীয় আৰু তৃতীয় স্বৰ দুটা মিলি দ্বিস্বৰত পৰিণত হয়; যেনে, বি অ'ই>বিঐ>বিয়ৈ, জোঁ আই>জোঁৱাই।

৮ লেখোতে সংস্কৃত বৰ্ণমালাৰ অনুকৰণত বহুতো বৰ্ণ ব্যৱহাৰ কৰা হয় যদিও সেই আটাইবোৰৰ ধ্বনি-গুণ অসমীয়াত নাই। সংস্কৃতৰ ঋ অসমীয়াত ৰি ৰূপেহে উচ্চাৰিত হয়, অসমীয়াত এ, এ' এই বিশিষ্টধ্বনি দুটা বুজাবলৈ বেলেগ বৰ্ণ বা আখৰ নাই। দুয়োটাকে এ আখৰেৰে লেখা হয়; যেনে বেল ( স্কুলৰ বা কলেজৰ ), বেল ( গছৰ )। ব্যঞ্জনধ্বনিৰ ক্ষেত্ৰত ইয়াৰ মাত্ৰা আৰু অধিক। তলৰ বিৱৰণে এইটো বুজাত সহায় কৰিব।

| **বিশিষ্টধ্বনি** | **অসমীয়া আখৰ** |
|---|---|
| /প/ | প। |
| /ফ/ | ফ। |
| /ব/ | ব। |
| /ভ/ | ভ। |
| /ত/ | ত, ৎ, ট। |
| /থ/ | থ, ঠ। |
| /দ/ | দ, ড। |
| /ধ/ | ধ, ঢ। |
| /ক/ | ক। |
| /খ/ | খ। |
| /গ/ | গ। |
| /ঘ/ | ঘ। |
| /ম/ | ম। |
| /ন/ | ন, ণ। |
| /ঙ/ | ঙ, ং। |
| /ল/ | ল। |
| /ৰ/ | ৰ, ড়। |
| /চ/ | চ, ছ ( শ, ষ, স )। |
| /জ/ | জ, ঝ, য, হ্য। |
| /স/ | শ, ষ, স। |
| /হ/ | হ, ঃ। |



৯ ধ্বনিৰ পাছত ধ্বনি-সংযোগৰ আলোচনা বা কোনো এটা ভাষাৰ ৰূপ-গঠনৰ আলোচনা। কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীনভাৱে কোনো অৰ্থ প্ৰকাশ কৰিলে সেইটোক মুক্তৰূপ আৰু কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীন-ভাৱে অৰ্থ প্ৰকাশ নকৰি আন স্বাধীন ৰূপৰ লগত যোগ হৈ অৰ্থ প্ৰকাশ কৰিলে সেইটোক যুক্তৰূপ বোলা হয়। অসমীয়াত ঘৰ এটা স্বাধীন বা মুক্তৰূপ। ঘৰটো, ঘৰবোৰ আদিৰ -টো আৰু -বোৰ হ'ল যুক্তৰূপ। যিবোৰ মুক্ত নাইবা মুক্ত আৰু যুক্তৰূপ লগ লাগি হোৱা ৰূপৰ পাছত কোনো উক্তি বা বাক্যত স্বাভাৱিক বিৰাম ঘটে সেইবোৰক শব্দ বোলে। মই ঘৰলৈ যাওঁ এই বাক্যটোত মই, ঘৰলৈ আৰু যাওঁ এই তিনিটা শব্দ আছে। শব্দক আৰু আন ধৰণেও ব্যাখ্যা কৰিব পাৰি। সেই অনুযায়ী শব্দৰ তিনিটা বিভাগ হ'ব। প্ৰথমতে অকল মুক্তৰূপেৰে গঠিত শব্দ যিবোৰক আমি অকল শব্দ বুলিয়ে ক'ব পাৰোঁ। মুক্তৰূপৰ লগত যুক্তৰূপ লগ লাগি একোটা অৰ্থ প্ৰকাশ কৰা মিশ্ৰ শব্দ আৰু মুক্তই মুক্তই লগ লাগি নাইবা মুক্ত শব্দৰ লগত মিশ্ৰ শব্দ লগ লাগি হোৱা সংযুক্ত শব্দ। ইয়াৰ কেইবা প্ৰকাৰো হ'ব পাৰে ( পৰি. ৫৫ )। গতিকে ওপৰত উল্লেখ কৰা মই হ'ল শব্দ, ঘৰলৈ আৰু যাওঁ মিশ্ৰ শব্দ। সংযুক্ত শব্দবোৰ এনেকুৱা: গুৰু-শিষ্য, তল-সৰা, হাতে-কটা, নেজাল-তৰা।

১০ অসমীয়াত যুক্তৰূপ আৰু মুক্তৰূপৰ সংযোগৰ ক্ষেত্ৰত অৰ্থাৎ অসমীয়া ভাষাৰ ৰূপ-গঠনৰ ক্ষেত্ৰত তলৰ কথাকেইটালৈ বিশেষ মন দিয়া আৱশ্যক। এই ধৰণেও ক'ব পাৰি যে এইকেইটাৰ দ্বাৰাই অসমীয়া ভাষাৰ ৰূপ-গঠন-পদ্ধতি নিয়ন্ত্ৰিত হৈছে। এইবোৰৰ এটা হ'ল স্বৰসঙ্গতি আৰু আনটো তিৰ্যকৰূপ। পৰৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰধ্বনিৰ প্ৰভাৱত পূৰ্বৱৰ্তী অক্ষৰত থকা নিম্ন স্বৰধ্বনিৰ উচ্চ স্বৰধ্বনিলৈ হোৱা পৰিৱৰ্তনৰ নাম স্বৰসঙ্গতি; যেনে, বে'তা ( বেটা ), কিন্তু বেতি ( বেটী ); চৰ, কিন্তু চ'ৰিআ ( চৰিয়া )। সেইদৰে বহ, বহ—উআ>ব'হুআ ( বহুৱা )। পৰৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰধ্বনিৰ আগত

যদি নাসিক্য ধ্বনি থাকে, তেনেহ'লে এই নিয়ম নাখাটে ; যেনে, সনি ( শনি ), অসমিআ ( অসমীয়া )।

কেতিয়াবা মুক্তৰূপৰ পাছত যুক্তৰূপ লগ লাগিলে মুক্তৰূপৰ গঠনত ব্যৱহাৰ হোৱা বিশিষ্টধ্বনিবোৰৰ পৰিৱৰ্তন ঘটাও দেখা যায়। মুক্তৰূপৰ এনে পৰিৱৰ্তনক তিৰ্যকৰূপ বোলে। অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ ই এটা অতি প্ৰয়োজনীয় আৰু বহুলৰূপে ব্যৱহৃত নীতি। কোনো এটা ভাষাৰ ৰূপ-গঠনৰ বৰ্ণনাই ভাষাটোৰ বিশৃঙ্খল যেন বোধ হোৱা ৰূপবোৰক এটা শৃঙ্খলাবদ্ধ ৰূপ দিয়াটো বাঞ্ছনীয়। অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ ক্ষেত্ৰত এনে এটা সুশৃঙ্খল ব্যৱস্থাৰ বাবে তিৰ্যকৰূপৰ বহুল ব্যৱহাৰৰ আলোচনা অপৰিহাৰ্য। অসমীয়া ভাষাত প্ৰায় প্ৰত্যেক ক্ষেত্ৰতে তিৰ্যকৰূপৰ ব্যৱহাৰ আছে। প্ৰথমতে যদি লিঙ্গভেদৰ উদাহৰণলৈ চোৱা যায় তেনেহ'লে বাঘ, বাঘিনী ; চোৰ, চুৰুনী ; ধোৱা, ধুবুনী ; বৰুৱা, বৰুৱানী আদি ৰূপ পোৱা যায়। এইবোৰৰ পৰা আমি এটা মাত্ৰ প্ৰত্যয়—নি ( নী ) ৰ ব্যৱহাৰ দেখুৱাই মুক্তৰূপবোৰে কি কি তিৰ্যকৰূপ ধাৰণ কৰে তাৰ নিৰ্দেশ দি তলত দিয়া ধৰণে এইবোৰ সজাব পাৰোঁ :

ব'ৰুআ+নি ( বৰুৱানী )।
চোৰ>চুৰু+নি ( চুৰুনী )।
ধোবা>ধুবু+নি ( ধুবুনী )।
বাঘ>বাঘি+নি ( বাঘিনী )।

তিৰ্যকৰূপৰ আন কেইটামান উদাহৰণ : ( মই ) খা—ওঁ>খাওঁ ; কিন্তু ( তুমি ) খা>খো—আ ( খোৱা ) ; পলা, কিন্তু পলু>প'লু—আ ( পলুৱা )।

১০.১ ৰূপ-সংযোগৰ ক্ষেত্ৰত মন কৰিবলগীয়া আৰু দুটা কথা আছে। তাৰ এটা হ'ল এয়ে যে কিছুমান যুক্তৰূপ ধ্বনি-সাপেক্ষ। অৰ্থাৎ সেই ৰূপবোৰ মুক্তৰূপবোৰৰ অন্ত্য ধ্বনিৰ ওপৰত নিৰ্ভৰ কৰে। অসমীয়া ভাষাত ক্ৰিয়াটো সকৰ্মক হ'লে কৰ্তাৰ পাছত -এ বিভক্তি যোগ হয় ; যেনে, ৰাম্-এ>ৰামে খায়। সেইদৰে হৰিয়ে খায়, যদুৱে খায়, পিতৃয়ে খায়। কিন্তু ল'ৰা-ই খায়, পাৰ-ই খায়। অৰ্থাৎ অকাৰান্ত আৰু আকাৰান্ত মুক্তৰূপৰ পাছত -এ বিভক্তি -ইলৈ ৰূপান্তৰিত হয়। কিছুমান যুক্তৰূপ আকৌ ৰূপ-সাপেক্ষ। অৰ্থাৎ কিছুমান যুক্তৰূপ কিছুমান মুক্তৰূপৰ পাছতহে লগ লাগে। সেইবোৰ কিয় তেনেকৈ লগ লাগে তাৰ একো যুক্তি বিচাৰি পোৱা নাযায়। উদাহৰণ স্বৰূপে অসমীয়া ভাষাৰ বিশেষত্বসূচক নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কথাকে প্ৰধানকৈ উল্লেখ কৰিব



পাৰি। এইবোৰ বিশেষ্য, বিশেষণ, প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বাহিৰে আন সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত যোগ হয় ; যেনে, ঘৰ-তো ( ঘৰটো ), ভাল-তো ( ভালটো ), ই-তো ( ইটো, ) এ'-তা ( এটা ), এ'-খন ( এখন ) ইত্যাদি। এই প্ৰত্যয়বোৰৰ কিছুমানক কিছুমান ৰূপৰ লগত যোগ দিব পাৰি। কিন্তু তাৰ মাজত এটা বিশেষ নিয়ম থকা বুলি কোৱা টান হৈ পৰে ; যেনে, হাত-খন, কান-খন ( কাণখন ), কপাল-খন, চ'কি-খন ( চকীখন ) ; নাক-তো ( নাকটো ), মুৰ-তো ( মূৰটো ), কলম-তো ( কলমটো )। কিন্তু পে'নচিল-দাল ( পেন্সিলডাল ), হাতি-তো ( হাতীটো ), মাখি-তো ( মাখীটো )*। আচলতে হাতৰ লগত চকীৰ কোনো সম্বন্ধ নাই ; হাতীৰ লগতো মাখীৰ কোনো সাদৃশ্য নাই। অৰ্থাৎ এই প্ৰত্যয়বোৰ কিছুমান বিশেষ ৰূপৰ পাছতহে যোগ হয়। এয়ে ৰূপ-সাপেক্ষতা।

ওপৰৰ আলোচনাৰ পৰা এইটো বুজিব পাৰি যে অসমীয়া ভাষাৰ গঠন-প্ৰণালী বা ৰূপতত্ত্বক স্পষ্টভাৱে খণ্ড-খণ্ডকৈ দেখুৱাব পাৰি। সেই খণ্ড খণ্ড ৰূপবোৰৰ সংযোগ কেনে আমোদজনক ইয়াৰ পাছত আলোচনা কৰা হৈছে।

---

* আকৌ দ্ৰষ্টব্য : পৰি. ১৯ ; ১৯.১

# এক

১১ **বিশেষ্য ঃ** যিবোৰ শব্দৰ পাছত বচন আৰু লিঙ্গবাচক প্ৰত্যয়ৰ উপৰি শব্দ-বিভক্তি যোগ হয় সেইবোৰক বিশেষ্য বোলে। বিশেষ্য শব্দ স্বৰান্ত বা ব্যঞ্জনান্ত হ'ব পাৰে। আটাইবোৰ বিশিষ্ট ব্যঞ্জনধ্বনিয়ে শব্দৰ শেষত ব্যৱহাৰ হ'ব পাৰে। স্বৰধ্বনিৰ ক্ষেত্ৰত শব্দৰ শেষত ব্যৱহাৰ হোৱা বিশিষ্ট স্বৰধ্বনি আৰু দ্বিস্বৰধ্বনি হ'ল ঃ অ, আ, ই, উ, ও, ঐ, ঔ।

১২ **বচন ঃ** অসমীয়াত বচন দুটা, একবচন আৰু বহুবচন। (সংস্কৃতত তিনিটা বচন আছিল, একবচন, দ্বিবচন আৰু বহুবচন। প্ৰাকৃতৰ সময়তে দ্বিবচন লুপ্ত হৈছে)। এটাক বুজাবলৈ ব্যৱহাৰ হোৱা ৰূপ একবচন আৰু দুটাতকৈ অধিকক বুজাবলৈ ব্যৱহাৰ হোৱা ৰূপ হ'ল বহুবচন। দুটাক বুজাবলৈ হ'লে এটা বুজোৱা ৰূপৰ পাছত দুই বুজোৱা সংখ্যাবাচক শব্দৰ লগত নিৰ্দিষ্টতাবাচক প্ৰত্যয় লগ লগাব লাগে; যেনে, মানুহ, মানুহ-দু-জন, মানুহ-বোৰ। বহুবচনাত্মক প্ৰত্যয়বোৰে নিৰ্দিষ্ট ভাৱ এটাও প্ৰকাশ কৰে। বহুবচনাত্মক ৰূপে বিনয় অৰ্থত একবচনৰ ভাৱ বহন কৰে; যেনে, কথাটো শুনি আমি (মই) ভাল পোৱা নাই। সত্ৰীয়া পৰিৱেশত এনে ধৰণৰ ব্যৱহাৰ প্ৰচুৰ পৰিমাণে আছে।

১৩ **বহুবচনৰ প্ৰত্যয় ঃ** অসমীয়াত একবচনৰ পৰা বহুবচন কৰিবলৈ কিছুমান প্ৰত্যয় যোগ দিয়া হয়। সেইবোৰ প্ৰধানকৈ হ'ল ঃ —বোৰ, —বিলাক, —হ'ত, —লোক, —মথা আৰু —সকল। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল।

**—বোৰ, —বিলাক ঃ** প্ৰাণী আৰু অপ্ৰাণীবাচক শব্দৰ পাছত —বোৰ ব্যৱহাৰ হয়; যেনে, পানি-বোৰ (পানীবোৰ), ঘৰ-বোৰ। মানুহৰ ক্ষেত্ৰত —বোৰ লগ লগালে নিম্ন ভাৱ বা অমান্য অৰ্থ আৰু -বিলাক লগ লগালে উচ্চ ভাৱ বা মান্য অৰ্থ প্ৰকাশ কৰে; যেনে ল'ৰা-বোৰ, মানুহ-বোৰ, মানুহ-বিলাক, ল'ৰা-বিলাক।

**—হঁত ঃ** কোনো ব্যৱসায়, জাতি বা দলৰ অন্তৰ্ভুক্ত ভাৱ বুজাবলৈ হ'লে —হঁত ব্যৱহাৰ কৰা হয়; যেনে, কঁহাৰ-হঁত, চাতৰ-হঁত (ছাতৰহঁত)। সম্বন্ধ বুজোৱা বিশেষ্য শব্দৰ পাছত সন্মান অৰ্থত -হঁত লগ লাগে; যেনে, দেউতা-হঁত, মা-হঁত। সৰ্বনামৰ পাছত -হঁত যোগ দিলে কেৱল বহুবচনৰ



অৰ্থ প্ৰকাশ কৰে; যেনে, ই-হঁত, সি-হঁত; তই, কিন্তু ত-হঁত। জন্তু বুজোৱা শব্দৰ পাছত -হঁত ব্যৱহাৰ কৰি মানুহৰ ক্ষেত্ৰত প্ৰয়োগ কৰিলে গালি বুজায়; যেনে, কুকুৰ-হঁত, গ'ৰু-হঁত (গৰুহঁত)।

**—লোক ঃ** সচৰাচৰ সন্মানসূচক সৰ্বনামৰ পাছত —লোক ব্যৱহাৰ হয়; যেনে, তুমি, কিন্তু তোমা-লোক; এ'ওঁ-লোক, তে'ওঁ-লোক (এওঁলোক, তেওঁলোক)। কেতিয়াবা বিশেষ্যৰ পাছতো -লোক ব্যৱহাৰ হোৱা দেখা যায়; যেনে, চাহাব-লোক (ছাহাব-লোক)।

**—সকল ঃ** বিশেষ্য আৰু সৰ্বনাম শব্দৰ পাছত বেছি সন্মান বুজাবলৈ —সকল যোগ দিয়া হয়; যেনে, আপুনি, কিন্তু আপোনা-লোক, আপোনা-সকল; চাত্ৰব'ন্ধু-সকল (ছাত্ৰবন্ধুসকল), মন্ত্ৰি-সকল (মন্ত্ৰীসকল), দা-দাঙ'ৰিআ-সকল (ডা-ডাঙৰীয়াসকল)।

**—মথা ঃ** সামূহিকভাৱে হীনাৰ্থত -মথা ব্যৱহাৰ কৰা হয়; যেনে, ল'ৰা-মথা, গ'ৰু-মথা (গৰুমথা)।

১৩.১ সামূহিকভাৱে বহুবচন আৰু সম্ভ্ৰম অৰ্থত —বৰ্গ (ৱৰ্গ), —বৃন্দ, —মন্দ'লি (মণ্ডলী) আদিৰ প্ৰয়োগ আছে; যেনে, পাথক-বৰ্গ (পাঠকৱৰ্গ), সুধি-বৃন্দ (সুধীবৃন্দ), সিক্খক-মন্দ'লি (শিক্ষকমণ্ডলী)। সমুহ (সমূহ) শব্দৰ প্ৰয়োগো কেতিয়াবা হয়; যেনে, প্ৰজা-সমুহ (প্ৰজাসমূহ), ৰাইজ্জ-সমুহ (ৰাজ্যসমূহ)। কিছুমান শব্দ বহুবচনৰূপে ব্যৱহাৰ হয়; যেনে, ৰাইজ। কেতিয়াবা একবচনাত্মক ৰূপেও বহুবচনৰ অৰ্থ ব্যক্ত কৰে; যেনে, 'ডাঙৰৰ ডাঙৰ ভেম', গৰুৱে ঘাঁহ খায়।

১৩.২ **মূল ঃ** —বোৰ আৰু —বিলাকৰ মূল সম্পৰ্কে ডঃ কাকতিয়ে এনেদৰে কৈছে ঃ প্ৰা. ভা. আ. বহু —ট>ম. ভা. আ. *বউড়>ন. ভা. আ. বোৰ। তেওঁ —বিলাকৰ ব্যৱহাৰ অৰুণোদয় কাকতৰ সময়ৰ পৰাহে পোৱা হৈছে বুলি অভিমত দিছে। খাছিয়া ভাষাৰ ব্লাই নাইৱা সং. ৰিশাল+বহুল শব্দৰ মিশ্ৰণৰ পৰা —বিলাক হোৱা বুলি তেওঁৰ ধাৰণা। "বিলাক শব্দ মিচমী কা-ফ্লাক (সকলো) শব্দৰ পৰা ওলোৱাটোৱে বেচি সম্ভৱ। কা-ফ্লাক (মিজু) মিচমী ভাষাৰ বহুবচনৰ প্ৰত্যয় বা চিন। এনে অনুমান কৰিব পাৰি যে গাৰো 'ফিলাক' আৰু মিচমী 'কা-ফ্লাক' একে শব্দ।"[1] —হঁত<প্ৰা. ভা. আ. √অস্>ম. ভা. আ. বৰ্ত. কৃ. সন্ত; পু. অ. হন্ত, হান্ত। তু. দুহান্ত, তিনিহন্ত।

১ কালিৰাম মেধি ঃ অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, পৃষ্ঠা, ১৩০

—লোক<সং. লোক। তু. হি. —লোগ; যেনে, তুমলোগ, হমলোগ। —সকল<সং সকল। —মখা<সং. ব্ৰহ্ম। -বৰ্গ, -বৃন্দ, -মণ্ডলী, -সমূহ আদি সংস্কৃত শব্দ।

১৪ পুৰণি অসমীয়াত বহুবচন বুজাবলৈ বহুতো ৰূপ ব্যৱহাৰ কৰা হৈছিল: -সব, -সম্ব, -চয়, -গণ, -মানে, -সা, -বা আদি। উদাহৰণ: বৃক্ষ-সব, তা-সম্বা-ৰ, চৰিত্ৰ-চয়, তাৰা-গণ, পদ্মিনী-মানে, আমা-সা-ক, তো-বা।

১৫ **লিঙ্গ:** পুৰুষ-স্ত্ৰী নাইবা মতা-মাইকীৰ ধাৰণা স্পষ্ট কৰা ৰূপক লিঙ্গ আখ্যা দিয়া হয়। অসমীয়া ভাষাত ব্যাকৰণ-সিদ্ধ লিঙ্গ নাই। প্ৰাণী, অপ্ৰাণী, পুৰুষ, স্ত্ৰী আদিৰে সৈতে সম্পৰ্ক নথকাকৈ কোনো শব্দ পুংলিঙ্গ, স্ত্ৰীলিঙ্গ বা ক্লীৱলিঙ্গ হ'লে ব্যাকৰণ-সিদ্ধ লিঙ্গ বুলি কোৱা হয়; যেনে, সংস্কৃতত 'কলত্ৰ' আৰু 'দাৰ' শব্দই তিৰোতাক বুজালেও সেই দুটা ক্ৰমে ক্লীৱলিঙ্গ আৰু পুংলিঙ্গ শব্দহে। হিন্দী, উৰ্দু আদি ভাষাতো এনে ব্যাকৰণ-সিদ্ধ লিঙ্গ আছে। সেয়েহে হিন্দী ভাষাত, মেজ, নাক, আৱাজ আদি শব্দ স্ত্ৰীলিঙ্গ। অসমীয়াত মাত্ৰ প্ৰাণীবাচক শব্দবহে লিঙ্গভেদ আছে। এই লিঙ্গভেদ বুজাবলৈ অসমীয়াত তিনিটা উপায় অৱলম্বন কৰা হয়: (ক) কিছুমান পুৰুষ আৰু স্ত্ৰী বুজোৱা মুক্ত বা যুক্তৰূপ ব্যৱহাৰ কৰি, খ) ভিন ভিন শব্দ ব্যৱহাৰ কৰি, (গ) কিছুমান প্ৰত্যয় যোগ দি। তলত এইবোৰৰ আলোচনা দিয়া হ'ল।

(ক) মূল শব্দৰ আগত মতা আৰু মাইকি (মাইকী) শব্দ লগ লগাই; যেনে, মতা ম'হ; মাইকি (মাইকী) ম'হ। নিৰ্দিষ্টতাবাচক -তো (টো) আৰু -জনি (জনী) যোগ দি; যেনে, কুকুৰা-তো (কুকুৰাটো), কুকুৰা-জনি (কুকুৰাজনী), মানুহ-তো (মানুহটো), মানুহ-জনি (মানুহজনী)।

(খ)

| **পুংলিঙ্গ** | **স্ত্ৰীলিঙ্গ** |
|---|---|
| ককাই | নবৌ |
| ককা | আইতা |
| কোআ (কোৱা) | কাউবি (কাউৰী) |
| গোঁহাই, গগৈ | আইচু |
| জোঁআই (জোঁৱাই) | জি (জী) |
| তাঐ (তাৱৈ) | আমৈ |
| দবা | কইনা |
| দে'কা (ডেকা) | গাভ'ৰু (গাভৰু) |
| দে'ওৰ (দেওৰ) | জা, ননন্দ |
| দমৰা | কাই'লি (কাঢ়লী), চেঁউবি (চেঁউৰী) |
| দঁতাল, মখনা | মাখুন্দি (মাখুন্দী) |
| পুৰুস (পুৰুষ) | ম'হিলা (মহিলা) |
| পৈ, গিৰি (গিৰা) | ঘৈনি (ঘৈণী) |
| পো | বোআৰি (বোৱাৰী) |
| বলদ | গাই |
| বোপা | আইতি (আইটি), আইদেউ |
| বোপাই | আই |
| বন্দি (বন্দী) | বেতি (বেটী) |
| ভাই | ভনি (ভনী) |
| মতা | মাইকি (মাইকী) |
| মুনিহ | তিৰোতা |
| ৰজা | ৰানি (ৰাণী) |
| ল'ৰা | চোআলি (ছোৱালী) |
| স'হুৰ (শহুৰ) | সাহু (শাহু) |
| সৰ (শৰ) | ভে'লেঙি (ভেলেঙী) |



(গ) অসমীয়া স্ত্ৰী-প্ৰত্যয় হ'ল: -ই (ঈ), -অনি (অনী), -নি (নী) আৰু -বি (ৰী)। এইবোৰ ৰূপ-সাপেক্ষ। -ই যোগ হোৱাৰ পাছত ৰূপবোৰক তিনিটা ভাগত ভগাব লগীয়া হয়। কিছুমান ব্যঞ্জনান্ত ৰূপৰ পাছত স্ত্ৰীবাচক -ই প্ৰত্যয় লগ লাগিলে মূল ৰূপটোৰ কোনো পৰিৱৰ্তন নঘটে; যেনে, নিলাজ, নিলাজ-ই>নিলাজি (নিলাজী), তে'ঙৰ (টেঙৰ), তে'ঙৰ-ই>তে'ঙৰি> তে'ঙ'ৰি (টেঙৰী), জন, জন-ই>জনি (জনী)। কিছুমান আকাৰান্ত পুংলিঙ্গ ৰূপৰ আকাৰৰ পৰিৱৰ্তে ইকাৰ বহে আৰু দৰ্কাৰ হ'লে স্বৰসঙ্গতি অনুযায়ী মূল ৰূপৰ পৰিৱৰ্তন ঘটে; যেনে, পে'হা>পে'হি>পেহি (পেহী); বুৰ্হা (বুঢ়া)> বুৰ্হি (বুঢ়ী), বে'ঙা (বেঙা)>বে'ঙি>বেঙি (বেঙী), ঘোৰা (ঘোঁৰা)>ঘোৰি>ঘুৰি (ঘুঁৰী), খুৰা>খুৰি (খুৰী) ইত্যাদি। কেতিয়াবা মূল আকাৰান্ত শব্দৰ আকাৰৰ ঠাইত ইকাৰ বহি স্বৰসঙ্গতিৰ দ্বাৰা পূৰ্বৱৰ্তী ধ্বনিৰ পৰিৱৰ্তন

হোৱাৰ উপৰিও শব্দৰ আৰম্ভণিত থকা অকাৰ, আকাৰত পৰিণত হয়ঃ উদাহৰণঃ অজলা>অজলি>অজ'লি>আজ'লি (আজলী); অঁকৰা> অঁকৰি>অঁক'ৰি>আঁক'ৰি (আঁকৰী)। তেনেদৰে পগলা>পাগ'লি (পাগলী), কনা (কণা)>কানি (কাণী), মহা>মাহি (মাহী)।

কিছুমান ৰূপৰ পাছত —অনি যোগ হয়; যেনে, ফুকন্, ফুকন্-অনি>ফুকননি (ফুকননী), হিন্দু, হিন্দুঅনি (হিন্দুৱনী), কমাৰ্, কমাৰ্-অনি>কমাৰনি (কমাৰনী)।

কিছুমান অকাৰান্ত, আকাৰান্ত আৰু ইকাৰান্ত পুংলিঙ্গ শব্দৰ পাছত —নি যোগ হয়; যেনে, গৃহচ্থ (গৃহস্থ), গৃহচ্থ-নি (গৃহস্থনী), ক'লিতা (কলিতা) ক'লিতা-নি (কলিতানী), ব'ৰুআ (বৰুৱা), ব'ৰুআ-নি (বৰুৱানী), নাতি, নাতি-নি (নাতিনী)। -নি যোগ হ'লে কিছুমান ৰূপৰ একোটা তিৰ্যকৰূপৰ সৃষ্টি হয়; যেনে, মিতা, মিতি-নি (মিতিনী); গোসাঁই, গোসাঁ-নি (গোসাঁনী); বাঘ, বাঘি-নি (বাঘিনী); চোৰ, চুৰু-নি (চুৰুনী); ধোবা, ধুবু-নি (ধুবুনী)।

কিছুমান শব্দৰ পাছত -ৰি যোগ হয় আৰু পূৰ্বৰ ৰূপৰ একোটা তিৰ্যকৰূপৰ সৃষ্টি হয়; যেনে, কলা, কাল-ৰি>কাল'ৰি (কালৰী); বে'ঙা (বেঙা), বেঙু-ৰি (বেঙুৰী); দে'কা (ডেকা), দে'কে-ৰি (ডেকেৰী)।

১৬ অসমীয়াত অকল স্ত্ৰীৱাচক আৰু অকল পুৰুষৱাচক শব্দ কিছুমানো আছে। অকল স্ত্ৰীৱাচক শব্দবোৰ এনেকুৱাঃ নাম'তি (নামতী), ফুল'তি (ফুলতী), বোঅনি (বোৱনী), ৰোঅনি (ৰোৱনী), পোহাৰি (পোহাৰী), সিপিনি (শিপিনী), ৰাঙধালি (ৰাংঢালী), বচ'কি (ৰচকী), দাউনি (দাউনী, দাৱনী), আইঅ'তি (আয়তী), মৰ'তি (মৰতী), লগ'ৰি (লগৰী), ধাই, দাইনি (ডাইনী)। অকল পুৰুষ বুজোৱা শব্দবোৰ এনে ধৰণৰঃ দঙুআ (ডঙুৱা), বৰলা। কিছুমান শব্দ আছে সেইবোৰৰ বাক্যত ব্যৱহাৰ আৰু সেইবোৰৰ লগত যোগ হোৱা আন যুক্তৰূপ আদিৰ সহায়ত পুৰুষ নে স্ত্ৰী বুজিব পাৰি। লেখোঁতে এনে শব্দবোৰক পুৰুষ হ'লে 'ই' আৰু স্ত্ৰী হ'লে 'ঈ'ৰে লেখা হয়; যেনে, ৰান্ধনি, স'খি (সখি)।

১৭ অসমীয়াত লিঙ্গভেদ বুজাবলৈ অৱলম্বন কৰা উপায় তিনিটাৰ লগত তিব্বত-বৰ্মীয় শাখা-পৰিয়ালৰ অন্তৰ্গত বড়ো শাখাৰ ভিতৰুৱা দেউৰী-চুতীয়া ভাষাৰ লিঙ্গভেদৰ বাবে অৱলম্বন কৰা উপায় তিনিটাৰ হুবহু মিল আছে; যেনে,



(ক) মুকাগু লে'পেছুৰ (মতা ছাগলী), মিচিগু লে'পেছুৰ (মাইকী ছাগলী); (খ) গিবা (বুঢ়া), গিবা-চি (বুঢ়ী); (গ) বাঙ (দেউতা), য়ঙ (মা), মুকা (গিৰীয়েক), মিচি (ঘৈণীয়েক)।[১]

১৮ **নিৰ্দিষ্টতাৱাচকতাঃ** এইটো অসমীয়া ভাষাৰ এটা বিশিষ্ট লক্ষণ। অসমীয়াত বিশেষ্য শব্দৰ ক্ষেত্ৰত কোনো লোকৰ আনৰ সৈতে সম্বন্ধ বুজাবলৈ হ'লে সেই লোকজনৰ বয়স অনুপাতে তেওঁতকৈ ডাঙৰ আৰু সৰুজনক বুজাবলৈ ভিন্ন শব্দ ব্যৱহাৰ কৰিব লাগে। এই ক্ষেত্ৰত সামূহিকভাৱে বুজাবলৈ একোটা শব্দৰ প্ৰয়োগ নচলে; যেনে, মোতকৈ ডাঙৰ হ'লে মোৰ ককাই, মোতকৈ সৰু হ'লে মোৰ ভাই। ভাই-ককাই বুলিলে দুয়ো ক্ষেত্ৰৰ সকলোকে বুজাব। সেইদৰেঃ

ডাঙৰঃ বাইদেউ, নবৌ, ভিনিহি, জে'থপ'তি (জেঠপতি)
↑
মোৰ←
↓
সৰুঃ ভনি (ভনী), ভাইবোআৰি (ভাইবোৱাৰী); বৈনাই, সালপ'তি (শালপতি)

১৮.১ কোনো লোকক সম্বোধন কৰি মাতিবলৈ হ'লে যিজনে মাতিব তেওঁৰ সৈতে তেওঁ মতাজনৰ সম্বন্ধ কেনেকুৱা, অৰ্থাৎ মতাজন তেওঁৰ সমনীয়া নে তেওঁতকৈ সৰু; মতাজন তেওঁতকৈ মানত ডাঙৰ নে সৰু আদি অৰ্থ অনুযায়ী সম্বোধন বুজোৱা ৰূপৰ পাছত কিছুমান প্ৰত্যয় লগ লাগে। উদাহৰণঃ

(ক) হে-ৰ, হে-ৰৌ (মানত সৰুটোক মাতিবলৈ)।
(খ) হে-ৰা, (মানত সমানজনক মাতিবলৈ)।
(গ) হে-ৰি (মানত ডাঙৰজনক মাতিবলৈ)।
(ঘ) হে-ৰৈ, হে-ৰেই (মৰমতে মানত সৰুটোক মাতিবলৈ।

এনে সম্বন্ধ নাথাকিলে অকল 'হে' ৰূপটোৰ সংযোগেৰে সম্বোধনৰ অৰ্থ প্ৰকাশ কৰা হয়; যেনে, হে ভগবান (ভগৱান)।

১৮.২. আকৌ সম্বন্ধ বুজোৱা বিশেষ্য শব্দবোৰৰ পাছত সম্বন্ধ সংঘটিত হোৱা পুৰুষৱাচক সৰ্বনাম শব্দৰ প্ৰথম, দ্বিতীয় বা তৃতীয় পুৰুষ অনুযায়ী বিভিন্ন প্ৰত্যয় যোগ হয়। এই প্ৰত্যয়বোৰক পুৰুষৱাচক-নিৰ্দিষ্টতাৱাচক প্ৰত্যয় বোলা হৈছে। প্ৰত্যয়বোৰ হ'ল; —০ (একো যোগ নহয়), -এ'ৰ, -এ'ৰ-আ,

১ দ্ৰষ্টব্যঃ লেখকৰ প্ৰবন্ধঃ **An Analysis of the Deuri Language : Journal of the Assam Research Society, 1963.**

-এ'-ক। সম্বন্ধ বুজোৱা শব্দটো আকাৰান্ত হ'লে প্ৰত্যয়বোৰৰ ৰূপ এনে হ'ব : -০, -ৰ, -ৰ-আ, -ক। উদাহৰণ :

| প্ৰত্যয় : | —0 | —এ'ৰ/-ৰ | —এ'ৰ—আ/ —ৰ—আ | —এ'ক/-ক |
|---|---|---|---|---|
| সম্বন্ধ বুজোৱা শব্দ | মোৰ | তোৰ | তোমাৰ | তাৰ |
| বোপাই | বোপাই | বাপ-এ'ৰ (বাপেৰ) | বাপ-এ'ৰ-আ (বাপেৰা) | বাপ-এ'ক (বাপেক) |
| দেউতা | দেউতা | দেউতা-ৰ | দেউতা-ৰ-আ (দেউতাৰা) | দেউতা-ক |
| মা | মা | মা-ৰ | মা-ৰ-আ (মাৰা) | মা-ক |
| ভাই | ভাই | ভাই-এ'ৰ (ভায়েৰ) | ভাই-এ'ৰ-আ (ভায়েৰা) | ভাই-এ'ক (ভায়েক) |
| সাহু (শাহু) | সাহু (শাহু) | সাহু-এ'ৰ (শাহুয়েৰ) | সাহু-এ'ৰ-আ (শাহুৰেৰা | সাহু-এ'ক (শাহুৰেক) |
| জি (জী) | জি (জী) | জি-এ'ৰ (জীয়েৰ) | জি-এ'ৰ-আ (জীয়েৰা) | জি-এ'ক (জীয়েক) |

১৮.৩ **মূল** : ওপৰত উল্লেখ কৰা প্ৰত্যয় তিনিটাৰ ব্যাখ্যা ডঃ কাকতিয়ে এনে ধৰণে দিছে : -এ'ৰ (এৰ) <ম. ভা. আ. কেৰ ; -এ'ৰ-আ (এৰ-আ) <-এৰ+আ <মাগধী বহুবচনাত্মক প্ৰত্যয় -আইঁ>আঁ ; -এ'ক (এক) <সং. এক। অসমীয়াত বয়স অনুযায়ী সম্বন্ধ বুজাবলৈ বেলেগ বেলেগ শব্দৰ ব্যৱহাৰ আৰু পুৰুষবাচক-নিৰ্দিষ্টতাৱাচক প্ৰত্যয়বোৰত ডঃ কাকতিয়ে অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে। ডঃ গ্ৰিয়াৰ্ছনে কিন্তু পুৰুষবাচক-নিৰ্দিষ্টতাৱাচক প্ৰত্যয়বোৰত তিবত-বৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথাহে কৈছে। এই ক্ষেত্ৰত দেউৰী-চুতীয়া ভাষাৰ এটা বিশেষত্বৰ কথা উনুকিয়াব পাৰি। এই ভাষাটোত কোনো এজন লোকক সম্বোধন কৰা আৰু সেইজনকে উল্লেখ কৰি



কোৱা পৰিস্থিতি দুটাত দুটা ভিন্ন শব্দৰ ব্যৱহাৰ আছে ; যেনে, সম্বোধনত 'আজি' (জোঁৱাই), কিন্তু উল্লেখত 'পিজি' ; 'য়া' (মা), কিন্তু 'য়োই' ; 'বা' (দেউতা), কিন্তু 'ছিপা'।

১৯ **নিৰ্দিষ্টতাৱাচক প্ৰত্যয় :** কোনো বস্তুক নিৰ্দিষ্টকৈ বুজাবলৈ কিছুমান প্ৰত্যয় ব্যৱহাৰ কৰা হয়। এইবোৰ নিৰ্দিষ্টতাৱাচক প্ৰত্যয়। এই প্ৰত্যয়বোৰ বিশেষ্য, বিশেষণ আৰু সংখ্যাৱাচক শব্দৰ উপৰি প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বাহিৰে আন কিছুমান সৰ্বনামৰ পাছত যোগ হয়। শব্দ-বিভক্তি যোগ হ'লে সেইবোৰৰ পাছতহে হয়। এই প্ৰত্যয়বোৰ ৰূপ-সাপেক্ষ। বিশেষ্য, বিশেষণ, সৰ্বনাম আৰু সংখ্যাৱাচক শব্দৰ পাছত যোগ হোৱা নিৰ্দিষ্টতাৱাচক প্ৰত্যয়বোৰ এনেকুৱা : হাত-খন, কপাল-খন, ভাল-খিনি, বে'ইআ-খিনি (বেয়াখিনি), এই-খিনি, সেই-খিনি, সৌ-খন, সৌ-দাল (সোডাল), এ'-তা (এটা), দু-তা (দুটা), তিনি-তা (তিনিটা)। শব্দ-বিভক্তি যোগ হ'লে শব্দবোৰ এনেকুৱা হ'ব : হাত-খন-ৰ, ভাল-খিনি-ৰ, এই-খিনি-ৰ, এ'-তা-ৰ (এটাৰ) ইত্যাদি। কিন্তু সংখ্যাৱাচক শব্দৰ পাছত নিৰ্দিষ্টতাৱাচক প্ৰত্যয় লগ লাগি হোৱা মিশ্ৰ শব্দটো কোনো বিশেষ্য শব্দৰ আগত বহিলে সেই মিশ্ৰ শব্দৰ লগত শব্দ-বিভক্তি যোগ নহৈ বিশেষ্য শব্দটোৰ পাছতহে যোগ হ'ব ; যেনে, চাকি এ'তা (চাকি এটা), এ'-তা (এটা) চাকি ; চাকি এ'-তা-ৰ (এটাৰ) ; এ'-তা (এটা) চাকি-ৰ।

বহুবচনত একেবোৰ নিৰ্দিষ্টতাৱাচক প্ৰত্যয়েই যোগ হয়। তেতিয়া মূল শব্দৰ পাছত -কেই- লগ লাগে ; যেনে, ল'ৰা-কেই-জন, কিতাপ-কেই-খন।

১৯.১ নিৰ্দিষ্টতাৱাচক প্ৰত্যয়ৰ কেতবোৰ তলত উল্লেখ কৰা হ'ল—

(১) —আখি ; কল-আখি।

(২) —কন (কণ), ক্ষুদ্ৰাৰ্থে -কনি (কণি) ; ল'ৰা-কন (ল'ৰাকণ), ল'ৰা-কনি (ল'ৰাকণি), পোনা-কন (পোনাকণ)

-কণ<কণ।

(৩) —কুৰা ; জুই-কুৰা।

-কুৰা<কুণ্ড।

(৪) —কোচা (কোছা) ; চাবি-কোচা (চাবিকোছা), চুলি-কোচা (চুলিকোছা)।

-কোছা<কূৰ্চ, পা. কোচ্ছ।

(৫) —খন, ক্ষুদ্রার্থে -খনি ; পুথি-খন, পুথি-খনি ; হাত-খন, আকাস-খন (আকাশখন), নৈ-খন, চালনি-খন (চালনী-খন), সৌ-খন।

-খন<খণ্ড। খণ্ড>খণ্ণ>খান, খন। পু. অ. -খান, -খানি ; কন্যা-খানি (মা. ক.), ৰথ-খান (মা. ক.) ; কাম. -খান, তামুল-খান।

(৬) —খিনি ; পানি-খিনি (পানীখিনি) ; এই-খিনি ; ভাল-খিনি।

-খিনি<খান-ই>খানি>খেনি>খিনি ; কাম. -খেনি।

(৭) —খিলা ; পান-খিলা (পাণখিলা), কাগজ-খিলা., পাত এখিলা।

(৮) —গচ (গছ), ক্ষুদ্রার্থে -গ'চি (গছি) ; জ'ৰি-গচ (জৰীগছ), বত্তি-গচ (বত্তিগছ), চাকি-গ'চি (চাকিগছি)।

-গছ<গচ্ছ।

(৯) —গৰাকি (গৰাকী) ; সন্মান অর্থত নাইৱা বিশেষ অর্থত ব্যৱহাৰ হয় ; মানুহ-গৰাকি (মানুহগৰাকী), ঘৈনি-গৰাকি (ঘৈণীগৰাকী)।

-গৰাকী<গুৰু। A. F. D. পৰি. ৫৮২

(১০) —গাল ; ভাত-গাল।

(১১) —ঘৰ ; মানুহ-ঘৰ।

-ঘৰ<গৃহ, প্রা. ঘৰ।

(১২) —চকল ; আম-চকল, মাছ এ'-চকল (এচকল)।

-চকল<চক্র।

(১৩) —চতা (চটা), ক্ষুদ্রার্থে -চ'তি (চটি) ; বাঁহ-চতা (বাঁহচটা), কাথ-চতা (কাঠচটা)।

-চটা<ত্বষ্ট>*ত্যষ্ট>চট্ঠ—ডঃ কাকতি।

(১৪) —চপৰা ; এ'-চপৰা (এচপৰা) মাটি।

(১৫) —চাব ; এ'-চাব (এচাব) কোৰ।

(১৬) —চাম ; লেখক এ'চাম (এচাম)।

(১৭) —চ'লু (চলু) ; পানী এ'চ'লু (এচলু)।

(১৮) —চে'লেকা (চেলেকা) ; এ'চে'লেকা (এচেলেকা) অমৃত।

(১৯) —জন (সন্মানার্থে) ; -জন-আ> -জনা (অধিক সন্মানার্থে), -জন-ই> -জনি (জনী, স্ত্রীৱাচক) ; মানুহ-জন ; ৰজা-জনা, গাভ'ৰু-জনা (গাভৰুজনা) ; মানুহ-জনি (মানুহজনী)।



-জন<জন। তু. কাম. -জেনী, ডাঙাৰজেনী ; পু. অ. একজন (ভীমচৰিত)।

(২০) —জাউৰি ; গালি এ'জাউৰি (এজাউৰি)।

(২১) —জাক ; চৰাই-জাক ; এ'জাক (এজাক) চৰাই।

-জাক দেশী শব্দ।

(২২) —জোৰ (যোৰ), ক্ষুদ্রার্থে -জুৰি (যুৰি) ; পাৰ-জোৰ (পাৰযোৰ), জোতা-জোৰ (জোতাযোৰ), কেৰু-জোৰ (কেৰুযোৰ), এ'জোৰ (এযোৰ) চাকৈচকোৱা ; পানৈ-জুৰি (পানৈযুৰি), চ'কু-জুৰি (চকুযুৰি)।

(২৩) —জোপা, ক্ষুদ্রার্থে-জুপি ; গচ-জোপা (গছজোপা), লাও-জোপা ; তুল'সি-জুপি (তুলসীজুপি)।

(২৪) —তো (টো), সংখ্যাৱাচক শব্দৰ পাছত -তা (টা), ক্ষুদ্রার্থে -তি (টি) ; মানুহ-তো (মানুহটো), ল'ৰা-তো (ল'ৰাটো), ল'ৰা-তি (ল'ৰাটি) ; এ'ক-তা>এ'তা (এটা), দুই-তা>দুতা (দুটা) ; কিন্তু পাচ-তা> পাঁচোতা (পাঁচোটা), সাত-তা>সাতোতা (সাতোটা), আথ-তা> আথোতা (আঠোটা), দহ-তা>দহোতা (দহোটা)। তেনেকৈ পাচুতি (পাচুটি), সাতুতি (সাতুটি), দ'হুতি (দহুটি)।

-টো, -টা<গোত্র। পু. অ. -গোট, -গোটা, -গুটি। গদাগোট (ভীমচৰিত), ঘৰগোট (লৱকুশৰ যুদ্ধ), সাত-গোটা কোৱ (ভীমচৰিত), দুগুটি সন্ততি (লৱ-কুশৰ যুদ্ধ)। তু. উড়িয়া অসুৰ-টা, স্ত্রী-টি, দুই-টা।

(২৫) —তাঁৰ (টাঁৰ), ক্ষুদ্রার্থে -তাঁৰি (টাঁৰি) ; চুলি-তাঁৰ (চুলিটাঁৰ), বাইনি-তাঁৰ (বাঢ়নীটাঁৰ) ; চুলি-তাঁৰি (চুলিটাঁৰি)।

(২৬) —তুকুৰা (টুকুৰা) ; মাচ-তুকুৰা (মাছটুকুৰা) ; এতুকুৰা (এটুকুৰা) মাংস।

(২৭) —তোপা (টোপা), ক্ষুদ্রার্থে—তুপি (টুপি) ; পানি-তোপা (পানী-টোপা) ; এতুপি চ'কুলো (এটুপি চকুলো)।

(২৮) —থান ; কাপোৰ-থান।

-থান<স্থান।

(২৯) —থোকা ; কল-থোকা।

-থোকা<স্তৱক।

(৩০) —থোপা ; ফুল-থোপা, আঙুৰ-থোপা ।

-থোপা<স্তূপ ।

(৩১) —দবা ( ডবা ) ; এ'দবা ( এডবা ) মাহুৰি বন ।

(৩২) —দাল ( ডাল ) ; বাঁহ-দাল ( বাঁহডাল ) ।

-ডাল দেশী শব্দ । পু. অ. একডাল ( খটাসুৰ বধ )

(৩৩) —দোখৰ ( ডোখৰ ) ; কাথ-দোখৰ ( কাঠডোখৰ ) ।

(৩৪) —দোঙা ; পানি ( পানী ) এ'দোঙা ( এদোঙা ) ।

(৩৫) —ধাৰ, ক্ষুদ্ৰাৰ্থে -ধাৰি ; মালা-ধাৰ, এ'ধাৰ ( এধাৰ ) সোণৰ হাৰ ; মালা-ধাৰি, এ'ধাৰি ( এধাৰি ) বনমালা ।

(৩৬) —পাত ( পাট ), ক্ষুদ্ৰাৰ্থে -পাতি ( পাটি ) ; কাঁৰ-পাত ( কাঁড়পাট ), কাঁৰ-পাতি ( কাঁড়পাটি ) ।

—পাট<পট্ট । পু. অ. দশপাট শৰ ( হৰিহৰ বিপ্ৰ ), দুইপাত ( মনকৰ ) ।

(৩৭) —পাহ ; ফুল-পাহ ।

(৩৮) —পালি ; মজা এ'পালি ( এপালি ) ।

(৩৯) —ফে'ৰা ( ফেৰা ), ক্ষুদ্ৰাৰ্থে -ফেৰি ; লোন-ফে'ৰা ( লোণ-ফেৰা ), চেনি-ফে'ৰা ( চেনিফেৰা ), পুইন্ন-ফে'ৰা ( পুণ্যফেৰা ) ; চেনি-ফেৰি ।

(৪০) ভাগ, ক্ষুদ্ৰাৰ্থে -ভাগি ; পূজা-ভাগ ( পূজাভাগ ) ; এ'ভাগি পূজা ( এভাগি পূজা ) ।

(৪১) —মুথা ( মুঠা ) ; ক্ষুদ্ৰাৰ্থে -মুথি ( মুঠি ) ; কুস-মুথা ( কুশমুঠা ), চাউল-মুথা ( চাউলমুঠা ) ; চাউল-মুথি ( চাউলমুঠি ) ।

-মুঠা, -মুঠি<মুষ্টি । পু. অ. কুশমুঠি ( লৱকুশৰ যুদ্ধ ) ।

(৪২) —লদা ; গোবৰ -লদা ।

-লদা । তু. দেশী শব্দ লদ্দিআ ।

(৪৩) —সাৰ ( ষাৰ ) ; ক্ষুদ্ৰাৰ্থে -সাৰি ( ষাৰি ) ; মাত-সাৰ ( মাতষাৰ ) ; এ'সাৰি ( এষাৰি ) মাত ।

-ষাৰ<অক্ষৰ । তু. কাম. আখাৰ>আষাৰ>ষাৰ ।

(৪৪) —সোপা ; এই-সোপা, সেই-সোপা ।

-সোপা<সৰ্ৱ ।

(৪৫) —সাজ ; ভাত-সাজ, কাপোৰ-সাজ ।

-সাজ<সজ্জা ।



(৪৬) —হাল ; ক্ষুদ্ৰাৰ্থে -হালি ; গ'ৰু-হাল ( গৰুহাল ), এ'হাল বুৰ্হা-বুৰ্হি ( এহাল বুঢ়া-বুঢ়ী ), এ'হালি ( এহালি ) পাৰ ।

ক্ষুদ্ৰাৰ্থে ব্যৱহাৰ হোৱা ৰূপবোৰে বেছি মৰমৰ অৰ্থও বুজায় । মানুহ বুজোৱা শব্দৰ পাছত -ডাল আৰু -পাট ব্যৱহাৰ কৰিলে নিন্দা অৰ্থ প্ৰকাশ কৰে ; যেনে, এই মানুহডাল নেদেখিছু, আপদডাল ; মোৰ যিপাটহে ল'ৰা ।

**১৯.২** অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটোত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ আছে বুলি ডঃ কাকতিৰ ধাৰণা । এইখিনিতে দেউৰী-চুতীয়া ভাষাৰ এটা লক্ষণ মন কৰিব পাৰি । এই ভাষাটোতো বেলেগ বেলেগ নিৰ্দিষ্টতাৱাচক প্ৰত্যয় যোগ হয় ; যেনে, পেমুচু-হাচ্ছা ( এখিলা পাণ ) ; য়োগি-কুজা ( এখন কটাৰী ) ; গুই-তিচ্ছা ( এখন তামোল ) ।

**২০ অনিৰ্দিষ্টতাৱাচকতা ঃ** মাত্ৰ এক সংখ্যাৰ কোনো বস্তুক বুজাবলৈ হ'লে ওপৰত আলোচনা কৰা নিৰ্দিষ্টতাৱাচক প্ৰত্যয়বোৰৰ আগত এ' লগ লগোৱা হয় ; যেনে, এ'খন ( এখন ) কাপোৰ বা কাপোৰ এ'খন । সং. এক>এ'ক্>এ' ।

প্ৰকৃত অনিৰ্দিষ্টতা বুজাবলৈ হ'লে তলত দিয়া প্ৰত্যয়বোৰ লগ লগাব লাগে—

(ক) —মান । নিৰ্দিষ্টতাৱাচক প্ৰত্যয়বোৰৰ পাছত -মান প্ৰত্যয় লগ লগালে অনিৰ্দিষ্টতা বুজায় ; যেনে, এ'খন-মান ( এখনমান ) কাপোৰ বা কাপোৰ এ'খনমান, দুজন-মান মানুহ বা মানুহ দুজনমান, কিতাপকেইথন-মান বা কেইথনমান কিতাপ, কেইনেচা-মান সুতা ( সূতা ) ।

-মান<মান । পু. অ. মাসা চাৰিমানে ( হৰিহৰ বিপ্ৰ ), দণ্ড দুইমান ( ৰাম সৰস্বতী ), আঠুমান পানি ( নাৰায়ণদেৱ ) ।

(খ) —চে'ৰেক ( চেৰেক ) আৰু -দিএক ( দিয়েক ) সংযোগ কৰিও অনিৰ্দিষ্টতা বুজাব পাৰি ; যেনে, জন -চে'ৰেক ( জনচেৰেক ) লোক, কনচে'ৰেক (কণচেৰেক) দামুৰি, পুথি-খন-চে'ৰেক (পুথিখনচেৰেক) ; গুতি-দিএক (গুটিদিয়েক) চিন্তা, মুথি-দিএক (মুঠিদিয়েক) চাউল, জন-দিএক পন্দিত ( জন-দিয়েক পণ্ডিত ) ।

-চেৰেক<চত্বাৰি-এক ; —দিয়েক<দ্বি-এক ।

(গ) —বা । বহুবচনাত্মক -কেই-ৰূপৰ পাছত -বা প্ৰত্যয় লগ লগাই কোনো বিশেষ্য ৰূপৰ আগত ব্যৱহাৰ কৰিলে অনিৰ্দিষ্টতা বুজায় ; যেনে, কেই-বা দিনো হ'ল । কেইবাৰ পাছত নিৰ্দিষ্টতাৱাচক প্ৰত্যয় লগ লগালেও অনিৰ্দিষ্টতাৰ অৰ্থ প্ৰকাশ কৰিব পাৰি ; যেনে, কেইবা-তা-ও ( কেইবাটাও ) কথা ; কেইবা-জনো মানুহ ।

২০.১ কোনো বিশেষ্য শব্দৰ আগত দুটা ভিন্ন সংখ্যাৱাচক শব্দ ব্যৱহাৰ কৰি অনিৰ্দিষ্টতা বুজাব পাৰি ; যেনে, তেওঁ তিনি-চাৰি দিনৰ পাছত আহিব। তেওঁ দুই-এদিনতে আহি পাব। কেতিয়াবা বিশেষ্যৰ পাছত -মান লগ লগোৱা হয় ; যেনে, পাঁচ-চ(ছ) দিন-মান লাগিব।

বহুবচনৰ প্ৰত্যয়-বোৰৰ আগত কে'ত (কেত) যোগ দি অনিৰ্দিষ্ট ভাৱ প্ৰকাশ কৰিব পাৰি ; যেনে, মানুহ কে'তবোৰ ( কেতবোৰ ), কেতবোৰ উদাহৰণ।

২১ **কাৰক আৰু শব্দ-বিভক্তি :** বাক্যত ভিন ভিন শব্দৰ সংযোগ ঘটে আৰু সেইবোৰৰ মাজত এটা পাৰস্পৰিক সম্পৰ্ক স্থাপন হয়। এনে অৱস্থাত বিশেষকৈ ক্ৰিয়া-শব্দৰ ( পৰি. ৩১ ) লগত কিছুমান আন শব্দৰ সম্বন্ধ স্পষ্ট হৈ উঠে ; যেনে, ৰামে খায়, ৰামে হৰিক মাতে, যদুৱে চিঠিৰে জনাইছে, সীতালৈ আনিছোঁ, মধুৰ পৰা শুনিলোঁ, ৰামৰ হাতত আছে। এই বাক্যবোৰত খায়, মাতে, জনাইছে, আনিছোঁ, শুনিলোঁ আৰু আছে ক্ৰিয়াকেইটাৰে সৈতে ৰাম, হৰি, সীতা, মধু আৰু হাত শব্দৰ অন্বয় হৈছে বা সম্পৰ্ক স্পষ্টভাৱে স্থাপন হৈছে। ক্ৰিয়াৰ লগত যিহৰ অন্বয় হয় সেইটোৱে কাৰক। অসমীয়া ভাষাত কাৰক ছটা : কৰ্তাকাৰক, কৰ্মকাৰক, কৰণকাৰক, নিমিত্তকাৰক, অপাদানকাৰক, অধিকৰণকাৰক।

এতিয়া আন এটা বাক্য চোৱা যাওক। এইটো ৰামৰ ঘৰ। এই বাক্যটোত ঘৰ শব্দৰ লগত ৰাম শব্দৰ এটা সম্পৰ্ক আছে। কিন্তু ঘৰ শব্দটো ক্ৰিয়া-শব্দ নহয়। এই দুটা শব্দৰ সম্পৰ্কক সম্বন্ধপদ বোলে। যিহৰ দ্বাৰা কাৰক আৰু সম্বন্ধপদৰ 'বোধ' জন্মে বা যিহৰ দ্বাৰা কাৰক আৰু সম্বন্ধপদক চিনিব পাৰি সেইটোৱে শব্দ-বিভক্তি। শব্দ বিভক্তিবোৰ হৈছে কিছুমান যুক্তৰূপ। অসমীয়াত শব্দ-বিভক্তি ছবিধ : প্ৰথমা, দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, ষষ্ঠী, সপ্তমী। শব্দ-বিভক্তিবোৰৰ উপৰি কোনো শব্দ-বিভক্তিৰ পাছত কিছুমান পৰসৰ্গ ব্যৱহাৰ কৰিও কাৰকৰ সম্পৰ্ক বুজাব পাৰি। অসমীয়া কাৰকৰ সম্পৰ্ক বুজাবলৈ দুটা উপায় আছে :

(ক) শব্দ-বিভক্তি যোগ দি আৰু (খ) শব্দ-বিভক্তিৰ পাছত পৰসৰ্গ ব্যৱহাৰ কৰি। এই পৰসৰ্গবোৰ হৈছে কোনো ক্ষেত্ৰতে কোনো পৰিৱৰ্তন নোহোৱা কিছুমান ৰূপ আৰু এইবোৰ সম্বন্ধপদৰ বিভক্তি '-ৰ'ৰ পাছত যোগ হয়।

২১.১ অসমীয়াত শব্দ-বিভক্তিবোৰ এনে ধৰণৰ :

প্ৰথমা : -এ। ( অকাৰান্ত আৰু আকাৰান্ত ৰূপৰ পাছত -এ>-ই )।



দ্বিতীয়া : -ক। সপ্তমী : -ত।
চতুৰ্থী : -লৈ। তৃতীয়া : -ৰে।
ষষ্ঠী : -ৰ।

ক্ৰিয়াটো সকৰ্মক হলে কৰ্তাকাৰকত প্ৰথমা -এ বিভক্তি যোগ হয়। ক্ৰিয়াটো অকৰ্মক হ'লে কোনো বিভক্তি যোগ নহয়; যেনে, ৰাম্-এ>ৰামে খায়, ৰাম্ ( ৰাম ) যায়। কিন্তু কিছুমান অকৰ্মক ক্ৰিয়া থাকিলেও কৰ্তাকাৰকত -এ বিভক্তি লগ লাগে ; যেনে, ৰাম্-এ>ৰামে কান্দে ; ৰামে কাহে ; ৰামে হাঁহে ; ৰামে নাচে ; ল'ৰাই ওমলে ; মে'ঘে ( মেঘে ) গাজে ; ভেকুলি-এ>ভেকুলিএ ( ভেকুলীয়ে ) টোৰটোৰায় ; পে'ত-এ>পে'তে (পেটে) থলথলায় ; ৰাজপথ্-এ> ৰাজপথে ৰিঙিয়ায়। মূল শব্দটো অকাৰান্ত বা আকাৰান্ত হ'লে প্ৰথমা -এ বিভক্তি -ইলৈ ৰূপান্তৰিত হয়, যেনে, ল'ৰা-ই খায়, পাৰ-ই খায়। ব্যঞ্জনান্ত শব্দৰ পাছত দ্বিতীয়া, চতুৰ্থী, ষষ্ঠী আৰু সপ্তমী বিভক্তি যোগ হ'লে সেইটোৰ প্ৰথমতে এটা অকাৰান্ত তিৰ্যকৰূপ হ'ব। তৃতীয়া বিভক্তি যোগ হোৱাৰ আগতে হ'লে তিৰ্যকৰূপটো একাৰান্ত হ'ব। উদাহৰণ : ৰাম্-অ>ৰাম-ক, ৰাম্-অ>ৰাম-লৈ, ৰাম্-অ>ৰাম-ৰ, ৰাম্-অ>ৰাম-ত, ৰাম্-এ>ৰামে-ৰে। অসমীয়াৰ বহু-বচনৰ প্ৰত্যয়ৰ আটাইবোৰ যিহেতু ব্যঞ্জনান্ত ৰূপ, সেই কাৰণে শব্দ-বিভক্তি যোগ হোৱাৰ আগতে সেই ৰূপবোৰৰ দ্বিতীয়াৰ পৰা সপ্তমীলৈ একবচনত ব্যৱহাৰ হোৱা ব্যঞ্জনান্ত ৰূপৰ নিচিনা অকাৰান্ত আৰু তৃতীয়া বিভক্তি যোগ হোৱাৰ আগতে একাৰান্ত তিৰ্যকৰূপ হ'ব ; যেনে, মানুহ-বোৰ্-অ>মানুহবোৰ-ক, মানুহ-বোৰ্-অ>মানুহবোৰ-লৈ, মানুহ-বোৰ্-অ>মানুহবোৰ-ৰ, মানুহ-বোৰ্-অ>মানুহবোৰ-ত, মানুহ-বোৰ্-এ>মানুহবোৰে-ৰে। যদিও বেছিভাগ অসমীয়া ব্যাকৰণত পঞ্চমীৰ পৰা বিভক্তিৰ কথা কোৱা হৈছে, দৰাছলতে অসমীয়াত পঞ্চমী বিভক্তি নাই। পৰা এটা পৰসৰ্গহে। ষষ্ঠী -ৰ বিভক্তি যোগ হোৱাৰ পাছতহে এইটো বহে ; যেনে, ৰাম-ৰ পৰা।

ব্যক্তিৱাচক ৰূপৰ বাহিৰে বিশেষভাৱে নুবুজালে কৰ্মকাৰকৰ দ্বিতীয়া বিভক্তি -ক যোগ নহয় ; যেনে। ৰামে ভাত খালে। ৰামে হ'ৰি-ক ( হৰিক ) মাতিলে কিন্তু ৰামে এইখিনি ভাত-ক-এ ( ভাতকে ) খালে।

২১.২ কৰ্তাকাৰকৰ প্ৰথমা -এ বিভক্তিৰ কিছুমান বিশেষ ব্যৱহাৰ আছে। কোনো কোনো ক্ষেত্ৰত এইটোৱে কৰণকাৰকৰ তৃতীয়া বিভক্তিৰূপে, অপাদানকাৰকৰ পঞ্চমী বিভক্তিৰূপে আৰু অধিকৰণকাৰকৰ সপ্তমী বিভক্তিৰূপে

কাম কৰে। উদাহৰণ ঃ হাত্-এ ( হাতে ) কটা সূতা ; ৰামৰ মুখ্-এ ( মুখে ) শুনিলোঁ ; কথাটো সকলোৰে মুখ্-এ ( মুখে ) মুখ্-এ ( মুখে )। আকৌ বিনা ( চৰ্ত-এ ) চৰ্তে ( ছৰ্তে ) মুক্তিৰ দাবী বা বিনা ছৰ্তত মুক্তিৰ দাবী ; বিনা ( মে'ঘ্-এ ) মে'ঘে ( মেঘে ) বজ্ৰপাত ; মাহেক্-এ ( মাহেকে ) পস্-এ > পসে ( পষে ) চিকুণাবা তল।

২১.৩ তলত দিয়া তালিকাখনে শব্দ-বিভক্তি বোৰৰ ব্যৱহাৰ বুজাত সহায় কৰিব।

| | ব্যঞ্জনান্ত শব্দ | অকাৰান্ত শব্দ | আকাৰান্ত শব্দ | ইকাৰান্ত শব্দ | উকাৰান্ত শব্দ | ওকাৰান্ত শব্দ | ঐকাৰান্ত শব্দ | ঔকাৰান্ত শব্দ |
|---|---|---|---|---|---|---|---|---|
| উদাহৰণ ঃ | মানুহ্ | গাধ | ল'ৰা | নিগনি | গ'ৰু | লো | মুদৈ | কপৌ |
| কৰ্তাকাৰক | মানুহ্-এ মানুহে | গাধ-ই | ল'ৰা-ই | নিগনি-এ (নিগনিয়ে) | গ'ৰু-এ ( গৰুৱে ) | লো-এ (লোৱে) | মুদৈ-এ (মুদৈয়ে) | কপৌ-এ (কপৌৱে) |
| কৰ্মকাৰক | মানুহ-ক | „ -ক | „ -ক | „ -ক | „ -ক | „ -ক | „ -ক | „ -ক |
| নিমিত্তকাৰক | „ -লৈ | „ লৈ | „ -লৈ | „ -লৈ | „ -লৈ | „ -লৈ | „ -লৈ | „ -লৈ |
| সম্বন্ধপদ | „ ৰ | „ -ৰ | „ -ৰ | „ -ৰ | „ -ৰ | „ -ৰ | „ -ৰ | „ -ৰ |
| অধিকৰণ কাৰক | „ -ত | „ -ত | „ -ত | „ -ত | „ -ত | „ -ত | „ -ত | „ -ত |
| কৰণকাৰক | মানুহে-ৰে | „ -ৰে | „ -ৰে | „ -ৰে | „ -ৰে | „ -ৰে | „ -ৰে | „ -ৰে |



২১.৪ সম্বন্ধপদ বুজোৱা ষষ্ঠী বিভক্তি -ৰৰ পাছত দাবা ( দ্বাৰা ), দাবা-ই ( দ্বাৰায় ), হ'তুআই ( হতুৱাই ) এইকেইটা পৰসৰ্গ বহুৱাই কৰণকাৰকৰ ভাৱ প্ৰকাশ কৰিব পাৰি ; যেনে, গোপাল-ৰ দাবা/দাৰাই/হ'তুআই ( দ্বাৰা/দ্বাৰায়/ হতুৱাই ) কামটো কৰাম। -ষষ্ঠী -ৰৰ পাছত পৰা পৰসৰ্গ ব্যৱহাৰ কৰি অপাদান অৰ্থ প্ৰকাশ কৰা হয় ; যেনে, ঘৰ-ৰ পৰা, গচ-ৰ ( গছৰ ) পৰা।

২১.৫ যাৰ বা যিহৰ যত্নত ক্ৰিয়া সম্পন্ন হয় অথবা যিয়ে বা যিহে আনক ক্ৰিয়াত প্ৰৱৰ্তিত কৰায় সেইটোৱে কৰ্তাকাৰক। কৰ্তাকাৰকত প্ৰথমা বিভক্তি হয় ( পৰি. ২১.১ )। সম্বোধনতো প্ৰথমা বিভক্তি হয় আৰু সি শূন্যবিভক্তিযুক্তহে হয় ; যেনে, ল'ৰাহঁত, শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে। হেৰ ধনবৰ। পাৰস্পৰিক কাৰ্য বুজাবলৈ প্ৰথমা বিভক্তি যোগ হয় ; যেনে, গ'ৰুএ গ'ৰুএ ( গৰুৱে গৰুৱে ) যুঁজ লাগিছে। ধন্য শব্দৰ সংযোগত প্ৰথমা বিভক্তি হয় ; যেনে, তুমি ধন্য। যি বা যিহকে কৰা যায় অৰ্থাৎ 'ক্ৰিয়াৰ যি ব্যাপ্য' সেইটোৰ নাম কৰ্মকাৰক। কৰ্মকাৰকত দ্বিতীয়া বিভক্তি হয় ( পৰি. ২১.১ )। ধিক শব্দৰ যোগতো দ্বিতীয়া বিভক্তি হয় ; যেনে, তেনে মানুহক ধিক। ধিক তোৰ জীৱন। কিছুমান ক্ৰিয়াৰ দুটা কৰ্ম থাকে। ক্ৰিয়াৰ লগত প্ৰধানভাৱে সম্বন্ধ থকাটো প্ৰত্যক্ষ কৰ্ম আৰু অপ্ৰধানভাৱে সম্বন্ধ থকাটো পৰোক্ষ কৰ্ম। মই তাক ভাত খুৱালোঁ। এই বাক্যটোত ভাত প্ৰত্যক্ষ আৰু তাক পৰোক্ষ কৰ্ম। ক্ৰিয়া -নিষ্পত্তিৰ সৰ্বপ্ৰধান উপায়ে হ'ল কৰণকাৰক। ইয়াক এই ধৰণেও ক'ব পাৰি ঃ 'যাৰ বা যিহৰ দ্বাৰায় কৰ্তাই ক্ৰিয়া সম্পন্ন কৰে' সেইটোৱে কৰণকাৰক। কৰণকাৰকত তৃতীয়া বিভক্তি হয় ( পৰি. ২১.১ ) ; যেনে, কটাৰীৰে তামোল কাটিলে। সংস্কৃত ব্যাকৰণত সম্প্ৰদানকাৰক এটা আছে। যাক কোনো বস্তু দিয়া হয় তাক সম্প্ৰদানকাৰক বোলে। সম্প্ৰদানকাৰকত সংস্কৃতত চতুৰ্থী বিভক্তি হয় ; যেনে, দৰিদ্ৰায় ধনং দদাতি। অসমীয়াত কিন্তু সম্প্ৰদানকাৰক নাই। কাৰবাক কোনো বস্তু দিয়া অৰ্থত কৰ্মকাৰকহে হয় ; যেনে, ভিখাৰীক চাউল দিছে। অসমীয়াত অৱশ্যে প্ৰতি, অভিমুখ, নিমিত্ত আদি অৰ্থত ক্ৰিয়াৰ লগত কিছুমান শব্দৰ সম্পৰ্ক ঘটে। এইটোক নিমিত্তকাৰক বোলা বেছি যুক্তিসঙ্গত। নিমিত্ত-কাৰকত চতুৰ্থী বিভক্তি হয় ( পৰি. ২১.১ ) ; যেনে, ডাঙৰলৈ ভক্তি-ভাৱ ৰাখিবা। তেওঁ গুৱাহাটীলৈ গ'ল। এইটো ৰামলৈ আনিছোঁ। যাৰ বা যিহৰ পৰা বিশ্লেষ বা পৃথক হয় সেইটো অপাদানকাৰক। সংস্কৃতত অপাদানকাৰকত পঞ্চমী বিভক্তি হয়। অসমীয়াত পঞ্চমী বিভক্তি নাই। গতিকে ষষ্ঠী বিভক্তি -ৰৰ পাছত

পৰা পৰাসৰ্গ যোগদিলেহে অপাদানকাৰক সিদ্ধ হয় ( পৰি. ২১.৪ )। স্থান, কাল আৰু পাত্ৰ বিহৰে আধাৰ বা আশ্ৰয়ত ক্ৰিয়া সম্পাদিত হয় সেইটোৰ নাম অধিকৰণকাৰক। অধিকৰণকাৰকত সপ্তমী বিভক্তি হয়; যেনে, তেওঁ শিৱসাগৰত জন্মিছিল। তেওঁ যোৱা মাহত আহিছিল। সাপত বিশ্বাস নাই। হেতু অৰ্থতো সপ্তমী বিভক্তি হয়; যেনে, আনন্দত নাচিছে। বিনা, বিনে, নিপুণ, পাৰ্গত শব্দৰ সংযোগত পূৰ্বৱৰ্তী বা পৰৱৰ্তী শব্দত সপ্তমী বিভক্তি হয়; যেনে, হৰিত বিনে গতি নাই; বিনা ধনে কোনো কাম নিসিজে; বিনা মেঘে বজ্ৰপাত; সাহিত্যত নিপুণ; ব্যাকৰণত পাৰ্গত। যাৰ বা বিহৰ লগত সম্বন্ধ পৰিলক্ষিত হয় সেইটো সম্বন্ধপদ। সম্বন্ধপদত ষষ্ঠী বিভক্তি হয় ( পৰি. ২১.১ ); যেনে, এওঁ যদুৰ ভায়েক। তেওঁ স্কুলৰ শিক্ষক। তলৰ খণ্ডবাক্যবোৰত শব্দ-বিভক্তিবোৰৰ স্বকীয়া প্ৰয়োগ লক্ষ্য কৰিবলগীয়া: হাতত সাৰে ভৰিত সাৰে, দোপক দোপে, দিনক দিনে, কথাক কথাই।

২১.৬ **শব্দ-বিভক্তিবোৰৰ মূল:** কৰ্তাকাৰকৰ প্ৰথমা বিভক্তি -এ<সং. কৰণকাৰকৰ -এন। কৰ্মকাৰকৰ দ্বিতীয়া বিভক্তি -ক<সং. কৃত। নিমিত্তকাৰকৰ চতুৰ্থী বিভক্তি -লৈ<সং. লগ্ন>লগ্‌গ>লাগ; পু. অ. লাগি; কাম. লেগি; চৰ্যা. লাগি, লই। সম্বন্ধপদৰ বিভক্তি -ৰ<কৰ, কাৰ, কাৰ্য <সং. √কৃ। অধিকৰণকাৰকৰ বিভক্তি -ত <সং. ত্ৰ। কৰণকাৰকৰ বিভক্তি -ৰে<-কেৰে, -এৰে। তু. পু. অ. হেন শিশুপাল-কেৰে মই দিবো বিয়া; কৃষ্ণ-এৰে, কৃষ্ণে-এৰে ( A. F. D. পৰি. ৬৫০ )।

অপাদানকাৰকত ব্যৱহাৰ হোৱা পৰসৰ্গ পৰা<সং. পৰে>*পৰি>পৰ+আ। পুৰণি অসমীয়াত অপাদান অৰ্থ তলত দিয়া ধৰণে প্ৰকাশিত হৈছিল:

(ক) ষষ্ঠী -ৰ ব্যৱহাৰ কৰি: ঘোড়াৰ নামিয়া গঙ্গাজলে ভৈলা পাৰ ( হৰিহৰ বিপ্ৰ )। ধনু হাতৰ খসি পৰে ( ভট্টদেৱ )।

(খ) ষষ্ঠী -ৰৰ পাছত পৰসৰ্গ ব্যৱহাৰ কৰি: দশপাট শৰক টোনৰ হন্তে বাছি ( হৰিহৰ বিপ্ৰ )। কৈৰ পৰা আসিছা ( ভট্টদেৱ )। তাৰ পৰা উঠিয়া ( মাধৱদেৱ: ৰামায়ণ: আদিকাণ্ড )।

(গ) অকল পৰসৰ্গ হন্তে, সন্তে ব্যৱহাৰ কৰি: স্বৰ্গ হন্তে নামিলেক বিৰহৰি মায় ( মনকৰ )। পুত্ৰ হন্তেসে হৈব ( ভট্টদেৱ )। ভয়সন্তে নৃপতিৰ সিহৰিল গাৱ ( মাধৱকন্দলী )।



(ঘ) সপ্তমী -তৰ পাছত পৰসৰ্গ হন্তে ব্যৱহাৰ কৰি: দৈৱকীত হন্তে ( ভট্টদেৱ )।

২২ এইখিনিলৈকে পোৱা মুক্ত আৰু যুক্তৰূপৰ সংযোগৰ দ্বাৰা হোৱা শব্দৰ গঠনক খণ্ড-খণ্ডভাৱে এনেদৰে দেখুৱাব পাৰি:

মানুহ।

মানুহ-এ, মানুহে।

মানুহ-বোৰ।

মানুহ-বোৰ-এ, মানুহবোৰে।

মানুহ-কে'ত-বোৰ, মানুহকেতবোৰ।

মানুহ-কে'ত-বোৰ-এ, মানুহকেতবোৰে।

মানুহ-জন।

মানুহ-জন-এ, মানুহজনে।

মানুহ-কেই-জন।

মানুহ-কেই-জন-এ, মানুহকেইজনে।

মানুহ-কেই-জন-মান।

মানুহ-কেই-জন-মান-এ, মানুহকেইজনমানে।

মানুহ-কেই-জন-ই-মান-এ, মানুহকেইজনীমানে।

নাতি-নি-কেই-জন-ই-মান-এ, নীতিনীকেইজনীমানে।

নাতি-নি-এ'ক-কেই-জন-ই-মান-এ, নাতিনীয়েককেইজনীমানে।

২৩ **বিশেষণ:** অৰ্থলৈ মন নিদিলে সাধাৰণতে বিশেষণ বুলি কোৱা শব্দ আৰু বিশেষ্য শব্দৰ ভিতৰত পাৰ্থক্য নাই; কাৰণ বিশেষ্যৰ নিচিনা সেইবোৰৰো পাছত বচন আৰু লিঙ্গবাচক প্ৰত্যয়ৰ উপৰি শব্দ-বিভক্তি যোগ হয়; যেনে, ভাল-বোৰ, ভাল-বোৰ-এ>ভালবোৰে; ভাল-টো, ভাল-খিনি, ভাল-কেই-টা। লিঙ্গ পৰিৱৰ্তনৰ ক্ষেত্ৰত কিছুমানৰ পৰিৱৰ্তন হয় আৰু কিছুমানৰ নহয়; যেনে, অজলা ল'ৰা, আজ'লি ( আজলী ) ছোৱালী, স'ৰু ( সৰু ) ল'ৰা, সৰু ছোৱালী। ভাষাৰ সৌষ্ঠৱ বঢ়াবৰ কাৰণে নাইৱা পৰম্পৰা অনুসৰণ কৰা বাবে কেতিয়াবা কোনো কোনোৱে সংস্কৃতৰ নিয়ম অনুসৰি নিৰ্জীৱ বস্তুতো সজীৱতা আৰোপ কৰে আৰু তাৰ আগত বহা বিশেষণ শব্দক স্ত্ৰীবাচক ৰূপত ব্যৱহাৰ কৰে। ভট্টদেৱে লেখিছে 'স্ত্ৰীসব দুষ্টা; প্ৰকৃতি মোৰ অংশৰূপা'। তেনে প্ৰয়োগ কিছুমান বৰ্তমানৰ ভাষাতো সংৰক্ষিত হৈছে; যেনে, পুৱতী

নিশা, বোৰতী স্মৃতি, অচলা ভক্তি, বিদুষী মহিলা, পতিব্ৰতা স্ত্ৰী, 'অসমা নিৰুপমা জননী'। অতুলচন্দ্ৰ হাজৰিকাৰ বচনাত পাওঁ : আমি অবলা হ'লেও দুৰ্বলা নহওঁ; নিলাজী ধৰিত্ৰীৰ দ্বাৰা; যমুনাক পাগলিনী কৰি ইত্যাদি।

বিশেষণ শব্দৰ প্ৰকৃত চিনাকি হ'ল বাক্যত ব্যৱহাৰ হওঁতে তাৰ স্থানহে। বাক্যত ব্যৱহাৰ হওঁতে বিশেষণ শব্দটো সচৰাচৰ বিশেষ্য শব্দৰ আগত বহে। কেতিয়াবা বিশেষ্য শব্দটোৰ পাছতো বহে; যেনে, সি এটা সৰু ঘৰত থাকে; তাৰ ঘৰটো সৰু। বিশেষণ শব্দ বিশেষ্য শব্দৰ পাছত ব্যৱহাৰ হ'লে স্ত্ৰীলিঙ্গৰ ৰূপৰ ঠাইত পুংলিঙ্গৰ ৰূপহে ব্যৱহাৰ হয়; যেনে, আঁক'ৰি (আঁকৰী) ছোৱালী; কিন্তু ছোৱালীজনী আঁকৰা। সচৰাচৰ ব্যৱহাৰ হোৱা বিশেষণ শব্দ কেইটামান এনেকুৱা : বগা, ক'লা, ক'লি (কলী), কলা, কাল'ৰি (কালৰী), মুগা, মুগি (মুগী), বডা, নিলা (নীলা), হাল'ধিআ (হালধীয়া), ৰঙ'চুআ (ৰঙচুৱা), বে'ইআ (বেয়া), দাঙৰ (ডাঙৰ), ওখ, চাপৰ, বে'কা (বেকা), পোন (পোণ), দিঘল (দীঘল), চুতি (চুটি, চুটী), ভোদা, চ'তুৰ (চতুৰ), চালাক, ধুনিআ (ধুনীয়া)। কিছুমান গুণ আৰু পৰিমাণ বুজোৱা বিশেষণ শব্দ কিছুমান সৰ্বনাম শব্দৰ (পৰি. ২৫) পৰা সজা হয়; যেনে, এ'-নে (এনে), এ'নে-কুআ (এনেকুৱা),
ত্-এ'নে > তে'নে (তেনে), তে'নে-কুআ (তেনেকুৱা),
জ্-এ'নে > জে'নে (যেনে), জে'নে-কুআ (যেনেকুৱা),
ক্-এ'নে > কে'নে (কেনে), কে'নে-কুআ (কেনেকুৱা);
ই-মান, সি-মান, জি-মান (যিমান), কি-মান।

২৩.১ ওপৰত উল্লেখ কৰা গুণবাচক আৰু পৰিমাণবাচক সৰ্বনাম এনে, তেনে, যেনে, কেনে আদিৰ আঁতি-গুৰি এনে ধৰণৰ : তু. পু. অ. এনয়, এহনয়, হেনয়, তেনয়, যেন। ভোজপুৰী. অইসন্, ওইসন্, জইসন্, কইসন্।

-কুৱা < ক + উৱা। ইমান < ইয়ৎ-মান।

২৪ **বিশেষণৰ তুলনা :** এটা বা এজনক আন এটা বা আন এজনৰ লগত তুলনা কৰিবলৈ হ'লে যাৰ লগত তুলনা কৰা হয় সেই শব্দটোৰ অধিকৰণকাৰকৰ ৰূপৰ লগত প্ৰত্যয় -কৈ যোগ দি পাছত বিশেষণ শব্দটো বহুৱাব লাগে; যেনে, হ'ৰিত-কৈ (হৰিতকৈ) ৰাম সৰু বা ৰাম হৰিতকৈ সৰু। সেইতোত-কৈ (সেইটোতকৈ) এইটো ভাল বা এইটো সেইটোতকৈ ভাল। জ'দুত-কৈ (যদুতকৈ) গোপাল ডাঙৰ বা গোপাল যদুতকৈ ডাঙৰ। আন বহুতৰ মাজৰ পৰা এটা বা এজনৰ তুলনা দাঙি ধৰিবলৈ হ'লে আতাই (আটাই), সকলো আদি শব্দৰ অধিকৰণকাৰকৰ ৰূপৰ পাছত প্ৰত্যয় -কৈ লগ লগাই বিশেষণ শব্দটো পাছত দিব লাগে; যেনে, সি সকলোত-কৈ সৰু। এই কিতাপখন আতাইত-কৈ (আটাইতকৈ) ভাল বা এইখন আটাইতকৈ ভাল কিতাপ।



২৫ **সৰ্বনাম :** যিবোৰ শব্দই বচন, লিঙ্গ, পুৰুষ আৰু মৰ্যাদা অনুসৰি ভিন্ন ৰূপ গ্ৰহণ কৰে সেইবোৰ সৰ্বনাম শব্দ। পুৰুষবাচক সৰ্বনাম শব্দবোৰৰ তিনিটা পুৰুষ আছে; প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষ। মই প্ৰথম পুৰুষৰ সৰ্বনাম। তই, তুমি, আপুনি দ্বিতীয় পুৰুষৰ সৰ্বনাম। কোনো কোনোৱে 'আপুনি'ক তৃতীয় পুৰুষৰ সৰ্বনাম বুলি কয়; কিয়নো ইয়াৰ লগত তৃতীয় পুৰুষৰ ক্ৰিয়াহে যোগ হয়; যেনে, আপুনি যাব, সি যাব। মৰ্যাদাৰ ফালৰ পৰা চালে দ্বিতীয় পুৰুষৰ সৰ্বনামবোৰক তুচ্ছাৰ্থ আৰু মান্যাৰ্থ এই দুটা ভাগত ভগাবলগীয়া হয়। মান্যাৰ্থৰ ভিতৰতে আকৌ অধিক মান্যাৰ্থৰ ৰূপ এটা পোৱা যায়; যেনে, তই (তুচ্ছাৰ্থত), তুমি (মান্যাৰ্থত), আপুনি (অধিক মান্যাৰ্থত)। গতিকে "ব্যৱহাৰত ই (আপুনি) দ্বিতীয় পুৰুষ যেন"। তৃতীয় পুৰুষৰ সৰ্বনামবোৰ হ'ল : সি, তাই, তে'ওঁ (তেওঁ) আৰু তেখেত।

কাৰকৰ সম্পৰ্কৰ ক্ষেত্ৰত সৰ্বনামবোৰে বিশেষ্য শব্দৰ নীতি অনুসৰণ কৰে। অৰ্থাৎ কাৰকৰ সম্পৰ্ক বুজাবলৈ বিশেষ্য শব্দৰ পাছত ব্যৱহাৰ হোৱা একে শব্দ-বিভক্তি আৰু শব্দ-বিভক্তিৰ পাছত ব্যৱহাৰ হোৱা একে পৰসৰ্গ যোগ হয়। অৱশ্যে দুই-এঠাইত সামান্য ব্যতিক্ৰমো আছে। ব্যঞ্জনান্ত সৰ্বনাম শব্দবোৰৰ ব্যঞ্জনান্ত বিশেষ্য শব্দবোৰৰ নিচিনাই পৰিৱৰ্তন আৰু ৰূপ হয়; যেনে, সি-ইত্, সিইঁত্-এ > সিইঁতে; সিইঁত-ক, সিইঁত-লৈ আদি। -ইকাৰান্ত আৰু -অই কাৰান্ত সৰ্বনাম শব্দবোৰৰ কৰ্মকাৰকৰ পৰা অধিকৰণকাৰকলৈকে একোটা তিৰ্যকৰূপ হ'ব; যেনে, সি, তা-ক; মই, মো-ক; তই, তো-ক। স্বৰান্ত সৰ্বনাম শব্দবোৰ সকৰ্মক ক্ৰিয়াৰ কৰ্তা হ'লেও সেইবোৰৰ পাছত কৰ্তাকাৰকৰ প্ৰথমা বিভক্তি -এ যোগ নহয়; যেনে, সি যায়, সি খায়। দ্বিতীয় পুৰুষৰ সৰ্বনাম তইৰ পাছত বহুবচনৰ প্ৰত্যয় যোগ হ'লে তইৰ ঠাইত ত হয়; যেনে, তই, ত-হঁত। পুৰুষ আৰু স্ত্ৰীবাচক সৰ্বনামবোৰৰ কৰণকাৰকৰ তৃতীয়া বিভক্তি -ৰে যোগ নহয়। কিন্তু বিশেষ্যৰ নিচিনা পৰসৰ্গৰ ব্যৱহাৰৰ দ্বাৰা কৰণকাৰকৰ ভাব প্ৰকাশ কৰা হয়। প্ৰশ্নবাচক আৰু অনিৰ্দিষ্টতাবাচক সৰ্বনামবোৰৰ কিছুমান বিশেষ ৰূপ আছে। তলত দিয়া তালিকাখনে সেইবোৰ বুজাত সুবিধা কৰিব।

তালিকাখনত কোনো কোনো ঠাইত অকল '—' এই চিনটো ব্যৱহাৰ কৰা হৈছে। ইয়াৰ দ্বাৰা মূল ৰূপৰ সেই সেই ক্ষেত্ৰত কোনো পৰিৱৰ্তন নোহোৱাটোকে বুজোৱা হৈছে। কিছুমান সৰ্বনামৰ তিৰ্যকৰূপ আৰু বহুবচনৰ ৰূপৰ ঘৰত একো লেখা হোৱা নাই। ইয়াৰ দ্বাৰা সেই ৰূপবোৰৰ অকল একবচনতে ব্যৱহাৰ হোৱা কথাটো সূচাইছে। ই আৰু সি সৰ্বনাম দুটা পুংলিঙ্গৰ উপৰি ক্লীৱলিঙ্গতো ব্যৱহাৰ হয়। অপ্ৰাণীবাচক শব্দবোৰ ক্লীৱলিঙ্গ বুলি ভাবিব লাগে।

২৫.১ সৰ্বনামবোৰৰ তালিকা ঃ

| সৰ্বনাম | একবচন | তিৰ্যকৰূপ | বহুবচন | তিৰ্যকৰূপ |
|---|---|---|---|---|
| পুৰুষবাচক ঃ | | | | |
| ১ম পুৰুষ | মই | মো— | আমি | আমা— |
| ২য় পুৰুষ (তুচ্ছ) | তই | তো— | ত-হঁত্ | তহঁত— |
| ( মান্য ) | তুমি | তোমা— | তোমা-লোক্ | তোমালোক— |
| ( অধিক মান্য ) | আপুনি | আপোনা— | আপোনা-লোক্, আপোনা-সকল্ | আপোনালোক—, আপোনাসকল— |
| ৩য় পুৰুষ (তুচ্ছ) | | | | |
| পুং | সি | তা— | সি-হঁত্ | সিহঁত— |
| স্ত্ৰী. | তাই | — | সি-হঁত্ | সিহঁত— |
| ( মান্য ) পুং + স্ত্ৰী. | তে'ওঁ ( তেওঁ ) | — | তে'ওঁ-লোক্, তে'ওঁ-বিলাক্ ( তেওঁলোক্, তেওঁ-বিলাক্ ) | তে'ওঁলোক—, তে'ওঁবিলাক— (তেওঁলোক—, তেওঁবিলাক—) |
| ( অধিক মান্য ) ঃ পুং + স্ত্ৰী. | তেখেত্ | তেখেত— | তেখেত-সকল্ | তেখেতসকল— |
| নিশ্চয়বাচক ঃ | | | | |
| (ক) নিকটৱৰ্তী ঃ | | | | |
| তুচ্ছ ঃ পুং. | ই | ইআ— ( ইয়া ) | ই-হঁত্ | ইহঁত— |



| সৰ্বনাম | একবচন | তিৰ্যকৰূপ | বহুবচন | তিৰ্যকৰূপ |
|---|---|---|---|---|
| স্ত্ৰী. | এই | — | ই-হঁত্ | ইহঁত— |
| ক্লীৱ. | এই-তো ( এইটো ) এইআ ( এইয়া ) | — | এই-বোৰ্, এই-বিলাক্ | এইবোৰ—, এইবিলাক— |
| ( মান্য ) ঃ | | | | |
| পুং. + স্ত্ৰী. | এ'ওঁ (এওঁ) | — | এ'ওঁ-লোক্, এ'ওঁ-বিলাক্ ( এওঁলোক্. এওঁ-বিলাক্ ) | এ'ওঁলোক—, এ'ওঁবিলাক—, (এওঁলোক—, এওঁবিলাক—) |
| (অধিক মান্য) ঃ | | | | |
| পুং. + স্ত্ৰী. | এখেত্ | এখেত— | এখেত-সকল্ | এখেতসকল— |
| (খ) দূৰৱৰ্তী ঃ | | | | |
| (১) পুৰুষবাচক সৰ্বনামৰ তৃতীয় পুৰুষৰ সৰ্বনাম-বোৰক একবচন আৰু বহুবচন দুয়ো ক্ষেত্ৰতে দূৰৱৰ্তী সৰ্বনাম হিচাপে ব্যৱহাৰ কৰিব পাৰি। | | | | |
| (২) | সেই-তো ( সেইটো ) সেইআ ( সেইয়া ) | — | সেই-বোৰ্, সেই-বিলাক্ ; সি-বোৰ্, সি-বিলাক্ | সেইবোৰ –, সেইবিলাক— ; সিবোৰ—, সিবিলাক— |

| সৰ্বনাম | একবচন | তিৰ্যকৰূপ | বহুবচন | তিৰ্যকৰূপ |
|---|---|---|---|---|
| অধিক দূৰৱৰ্তী | সৌ-তো (সৌটো) সৌআ (সৌৱা) | — | সৌ-বোৰ্, সৌ-বিলাক্ | সৌবোৰ—, সৌবিলাক— |
| সম্বন্ধবাচক : | | | | |
| পুং.+স্ত্ৰী. | জি (যি) | জা-(যা-) | জি-বোৰ্, জি-বিলাক্, জি-সকল্ (যি-বোৰ্, যি-বিলাক্, যি-সকল্) | জিবোৰ—, জিবিলাক—, জিসকল— (যিবোৰ—, যিবিলাক—, যিসকল—) |
| ক্লীৱ | জিহ্ (যিহ্) | জিহ-(যিহ-) | জি-বোৰ্ (যি-বোৰ্) | জি-বোৰ— (যিবোৰ—) |
| প্ৰশ্নবাচক : | | | | |
| পুং.+স্ত্ৰী. | কোন | কা— | কোন-বোৰ্, কোন-বিলাক্, কোন কোন | কোনবোৰ—, কোনবিলাক—, কা—কা— |
| ক্লীৱ | কি | | কি কি, কিবোৰ্, কি-বিলাক্ | কিবোৰ—, কিবিলাক— |
| | কিহ্ | কিহ— | কি-বোৰ্ | কিবোৰ— |
| অনিৰ্দিষ্টতাৱাচক : | কোনো, কোনো-বা, কে'ও (কেও), এ'কো (একো), কিচু (কিছু) | কাৰবা— — | কোনো কোনো কোনোবা কোনোবা | — |
| নিজবাচক : | আপুনি, নিজ্ | নিজ— | নিজ্ নিজ্ | নিজ— নিজ— |



২৫.২ সৰ্বনামবোৰৰ তলত দিয়া ধৰণে কাৰক-ৰূপ কৰিব পাৰি :

| মই | একবচন | বহুবচন |
|---|---|---|
| কৰ্তাকাৰক | মই | আমি |
| কৰ্মকাৰক | মো-ক | আমা-ক |
| নিমিত্তকাৰক | মো-লৈ | আমা-লৈ |
| সম্বন্ধপদ | মো-ৰ | আমা-ৰ |
| অধিকৰণকাৰক | মো-ত | আমা-ত |
| কৰণকাৰক | মো-ৰ দাৰা (মোৰ দ্বাৰা) | আমা-ৰ দাৰা (আমাৰ দ্বাৰা) |

**২৫.৩ সৰ্বনামবোৰৰ মূল** * : মই<সং. ময়া, প্ৰা. মএ, মই, অপ. মইঁ, কাম. মইঁ। মো-<প্ৰা. মম>মউঅ>মউ>মোঁ। আমি<বৈ. অস্মে> প্ৰা. অম্হে>অম্হি। আমা-<সং. অস্ম, প্ৰা. অম্হ+আ<আইঁ। তই <সং. তয়া, প্ৰা. তএ, তই, অপ. তইঁ, কাম. তইঁ। তো-<সং. তৱ। তুমি <প্ৰা. তুম্হে<ত্ব+যুষ্মে। তোমা-<প্ৰা. তুম্হ+আ। আপুনি<সং. *আত্মন, প্ৰা. অপ্পণ, আপোন+ই। সি<সং. সঃ, মা. প্ৰা. শে>শি। তা-<মা. প্ৰা. তাহ>তাঅ। তাই<প্ৰা. তাএ। তেওঁ<সং. তেষাম্>তেসম্>তেসঁ> তেইঁ। তেখেত (এখেতৰ সাদৃশ্যত হৈছে)। ই<সং. এতেন<এতেঁ>এএঁ >এ। এই <প্ৰা. এঙ্গএ। এই<এ+হি। এয়া<এই+আ। এওঁ<সং. এষাম্>এসম্>এসঁ>এইঁ। এখেত<এতৎক্ষেত্ৰ। সেই<সং. সঃ+হি, মা. প্ৰা. শেহি>সেহি। সেইয়া<সেই+আ। সৌ<সং. সঃ+খলু। সৌৱা <সৌ+আ। যি<সং. যঃ>যে। কোন<সং. কঃ+পুনৰ। কি<সং. কঃ> কে। কিহ<সং. কস্য, প্ৰা. কিস্স, পু.অ. কিস। কোনো<সং. কঃ+পুনৰ +অপি। কোনোবা<কোনো+বা<সং. ৱা। কেও <সং. কঃ+অপি> কেপি>কেৱি>কেৱ। একো>সং. এক+অপি। কিছু<সং. কিম্+চিদ্+ অপি। নিজ<সং. নিজ।

২৫.৪ অধিক মান্যাৰ্থত পুৰুষবাচক আৰু নিজবাচক সৰ্বনামৰূপে ব্যৱহাৰ হোৱা আপুনি শব্দটোৰ পুৰণি অসমীয়াতো এনে ধৰণৰ প্ৰয়োগ দেখা যায়;

* এইবোৰ ডঃ কাকতিৰ A F D গ্ৰন্থৰ পৰা লোৱা হৈছে।

যেনে, 'আপুনি আপোন বন্ধু, আপুনি আপোন শত্রু, আপুনি আপোন বাে মাৰে' (মাধৱদেৱ)। বৰ্তমান সময়ত মান্যাৰ্থত ব্যৱহাৰ হোৱা পুৰুষৱাচক সৰ্বনাম ৰূপেহে আপুনিৰ ব্যৱহাৰ বেছি। কিছুমান মান্যাৰ্থত ব্যৱহাৰ হোৱা সৰ্বনামৰ ৰূপ মূলতঃ স্থানৱাচক আছিল; যেনে, এখেত, অ'ত, তেখেত, ত'ত। মধ্য অসমীয়াত এখেত শব্দই 'এই ঠাইত' অৰ্থ প্ৰকাশ কৰিছিল। এখেতৰ সাদৃশ্যত তেখেত শব্দৰ সৃষ্টিৰ কথা ওপৰত কোৱা হৈছে। অ'ত<পু. অ. অহিত, ঐত। ত'ত<পু. অ. তহিত, তৈত। অৰ্থসংশ্লেষৰ ফলত এই শব্দবোৰ মান্যাৰ্থত ব্যৱহাৰ হ'বলৈ ধৰিলে।

২৬ সংখ্যাৱাচক শব্দ: যিবোৰ শব্দৰ পাছত বচন আৰু লিঙ্গৱাচক প্ৰত্যয় যোগ নহয় কিন্তু শব্দ-বিভক্তি আৰু নিৰ্দিষ্টতাৱাচক প্ৰত্যয় যোগ হয় সেইবোৰ সংখ্যাৱাচক শব্দ। সংখ্যাৱাচক শব্দবোৰে বস্তুৰ লেখ বুজায়; যেনে এ'ক (এক), দুই, তিনি, চাৰি, পাঁচ; এ'ক্>এ'ক-ৰ পৰা পাঁচ্>পাঁচ লৈ (একৰ পৰা পাঁচলৈ)। নিৰ্দিষ্টতাৱাচক প্ৰত্যয় নাইৱা আন শব্দৰ লগত যুক্ত হ'লে এ'ক, দুই আৰু চই (ছয়) এই সংখ্যাৱাচক শব্দকেইটাৰ শেষৰ ধ্বনি লোপ হয়; যেনে এ'ক-তা>এ'তা (এটা), দুই-তা>দুতা (দুটা), চই-তা>চতা (ছটা) এ'ক-খন>এ'খন (এখন), এ'ক-জন>এ'জন, এ'ক-স>এ'স (এশ); এ'ক-তকা >এ'তকা (এটকা)। তেনেকৈ দুখন, দুজন, চখন (ছখন), চজন (ছজন) দুস (দুশ), চস (ছশ), দুতকা (দুটকা), চতকা (ছটকা)। সংখ্যাৱাচক দুই শব্দৰ পাছত লগ লগা শব্দৰ আৰম্ভণিত ওকাৰ থাকিলে দুই>দো; যেনে দুই-মোন>দোমোন, দুই-পোন>দোপোন (দোপোণ)। এ'ক শব্দৰ কিছুমান স্বকীয় ৰূপো আছে; যেনে, এ'ক অনা (এক অনা), এ'ক অংস (এক অংশ) কিন্তু এ'ক আসাৰ>এ'সাৰ (এবাৰ)। সংখ্যাৱাচক শব্দবোৰক দুটা ভাগত ভগাব পাৰি। তাৰে এটা সংখ্যাৱাচক বিশেষ্য শব্দ আৰু আনটো সংখ্যাৱাচক বিশেষণ শব্দ।

**২৭ সংখ্যাৱাচক বিশেষ্য শব্দ:** সংখ্যাৱাচক বিশেষ্য শব্দবোৰ তলত দিয়া ধৰণৰ:

১ এ'ক (এক)।
২ দুই।
৩ তিনি।
৪ চাৰি।
৫ পাঁচ।
৬ চই (ছয়)।
৭ সাত্ (সাত)।
৮ আথ্ (আঠ)।



৯ ন।
১০ দহ্ (দহ)।
১১ এ'ঘাৰ (এঘাৰ)।
১২ বাৰ।
১৩ তে'ৰ (তেৰ)।
১৪ চৈদ্ধ (চৈধ্য)।
১৫ পোন্ধৰ।
১৬ সোল (ষোল)।
১৭ সোতৰ।
১৮ ওথৰ (ওঠৰ)।
১৯ উনৈচ্ (উনৈশ, উনৈছ)।
২০ বিচ্ (বিশ, বিছ)।
২১ এ'কৈচ্ (একৈশ, একৈছ)।
২২ বাইচ্ (বাইশ, বাইছ)।
২৩ তেইচ্ (তেইশ, তেইছ)।
২৪ চৌব্বিচ্ (চৌব্বিশ, চৌব্বিছ)।
২৫ পঁচিচ্ (পঁচিশ, পঁচিছ)।
২৬ চাব্বিচ্ (ছাব্বিশ, ছাব্বিছ)।
২৭ সাতাইচ্ (সাতাইশ, সাতাইছ)।
২৮ আথাইচ্ (আঠাইশ, আঠাইছ)।
২৯ উন্ত্ৰিচ্ (উনত্ৰিশ, উনত্ৰিছ)।
৩০ ত্ৰিচ্ (ত্ৰিশ, ত্ৰিছ)।
৩১ এ'কত্ৰিচ্ (একত্ৰিশ, একত্ৰিছ)।
৩২ বত্ৰিচ্ (বত্ৰিশ, বত্ৰিছ)।
৩৩ তেত্ৰিচ্ (তেত্ৰিশ, তেত্ৰিছ)।
৩৪ চৌত্ৰিচ্ (চৌত্ৰিশ, চৌত্ৰিছ)।
৩৫ পঁইত্ৰিচ্ (পঁয়ত্ৰিশ, পঁয়ত্ৰিছ)।
৩৬ চইত্ৰিচ্ (ছয়ত্ৰিশ, ছয়ত্ৰিছ)।
৩৭ সাতত্ৰিচ্ (সাতত্ৰিশ, সাতত্ৰিছ)।
৩৮ আথত্ৰিচ্ (আঠত্ৰিশ, আঠত্ৰিছ)।
৩৯ উন্চ'ল্লিচ্ (উনচল্লিশ, উনচল্লিছ)।
৪০ চ'ল্লিচ্ (চল্লিশ, চল্লিছ)।
৪১ এ'কচ'ল্লিচ্ (একচল্লিশ, একচল্লিছ)।
৪২ বিআল্লিচ্ (বিয়াল্লিশ, বিয়াল্লিছ)।
৪৩ তিআল্লিচ্ (তিয়াল্লিশ, তিয়াল্লিছ)।
৪৪ চৌআল্লিচ্ (চৌৱাল্লিশ, চৌৱাল্লিছ)।
৪৫ পন্চ'ল্লিচ্ (পঞ্চল্লিশ, পঞ্চল্লিছ)।
৪৬ চইচ'ল্লিচ্ (ছয়চল্লিশ, ছয়চল্লিছ)।
৪৭ সাত্চ'ল্লিচ্ (সাতচল্লিশ, সাতচল্লিছ)।
৪৮ আথ্চ'ল্লিচ্ (আঠচল্লিশ, আঠচল্লিছ)।
৪৯ উনপঞ্চাচ্ (উনপঞ্চাশ, উনপঞ্চাছ)।
৫০ পঞ্চাচ্ (পঞ্চাশ, পঞ্চাছ)।
৫১ এ'কাঅন্ (একাৱন)
৫২ বাঅন্ (বাৱন)।
৫৩ তে'অন্ (তেৱন)।
৫৪ চৌঅন্ (চৌৱন)।
৫৫ পঁচপন্ (পঁচপন)।
৫৬ চাপন্ (ছাপন)।
৫৭ সাতাঅন্ (সাতাৱন)।
৫৮ আথাঅন্ (আঠাৱন)
৫৯ উনসাথি (উনষাঠি)।
৬০ সাথি (ষাঠি)।
৬১ এ'সস্তি, এ'সস্থি (এষষ্টি)।
৬২ বাসস্তি, বাসস্থি (বাষষ্টি)।
৬৩ তে'সস্তি, তে'সস্থি (তেষষ্টি)।

৬৪ চৌসস্তি, চৌসস্থি ( চৌষষ্টি )।

৬৫ পঁইসস্তি, পঁইসস্থি ( পঁয়ষষ্টি )।

৬৬ চইসস্তি, চইসস্থি ( ছয়ষষ্টি )।

৬৭ সাত্‌সস্তি, সাত্‌সস্থি (সাতষষ্টি)।

৬৮ আথ্‌সস্তি, আথ্‌সস্থি (আঠষষ্টি)।

৬৯ উনস'ত্তৰ্ ( উনসত্তৰ )।

৭০ স'ত্তৰ্ ( সত্তৰ )।

৭১ এ'ক্ স'ত্তৰ্ ( এক সত্তৰ )।

৭২ বাস'ত্তৰ্ ( বাসত্তৰ )।

৭৩ তে'স'ত্তৰ্ ( তেসত্তৰ )।

৭৪ চৌস'ত্তৰ্ ( চৌসত্তৰ )।

৭৫ পঁইস'ত্তৰ্ ( পঁয়সত্তৰ )।

৭৬ চইস'ত্তৰ্ ( ছয়সত্তৰ )।

৭৭ সাত্‌স'ত্তৰ্ ( সাতসত্তৰ )।

৭৮ আথ্‌স'ত্তৰ ( আঠসত্তৰ )।

৭৯ উনাসি, উন আসি ( ঊনাশী )।

৮০ আসি ( আশী )।

৮১ এ'কাসি ( একাশী )।

৮২ বিৰাসি ( বিৰাশী )।

৮৩ তিৰাসি ( তিৰাশী )।

৮৪ চৌৰাসি ( চৌৰাশী )।

৮৫ পঁচাসি ( পঁচাশী )।

৮৬ চইআসি ( ছয়াশী )।

৮৭ সাতাসি ( সাতাশী )।

৮৮ আথাসি ( আঠাশী )।

৮৯ উননব্বৈ, উনানবৈ ( ঊনানব্বৈ )।

৯০ নব্বৈ, নবৈ ( নব্বৈ )

৯১ এ'কানব্বৈ, এ'কান্নবৈ (একান্নব্বৈ)।

৯২ বিৰানব্বৈ, বিৰান্নবৈ (বিৰান্নব্বৈ)।

৯৩ তিৰানব্বৈ, তিৰান্নবৈ ( তিৰান্নব্বৈ )।

৯৪ চৌৰানব্বৈ, চৌৰান্নবৈ ( চৌৰান্নব্বৈ )।

৯৫ পঁচানব্বৈ, পঁচান্নবৈ ( পঁচান্নব্বৈ )।

৯৬ চিআনব্বৈ, চিআন্নবৈ ( ছিয়ান্নব্বৈ )।

৯৭ সাতানব্বৈ, সাতান্নবৈ ( সাতান্নব্বৈ )।

৯৮ আথানব্বৈ, আথান্নবৈ ( আঠান্নব্বৈ )।

৯৯ নিৰানব্বৈ, নিৰান্নবৈ ( নিৰান্নব্বৈ )।

১০০ এ'স, স ( এশ, শ )।

১,০০০ হাজাৰ।

১০,০০০ অ'জুত ( অযুত )।

১,০০০০০ লাখ।

১০,০০০০০ নিজুত ( নিযুত )।

১০০,০০০০০ কোতি ( কোটি )।

**২৮ সংখ্যাৱাচক বিশেষণ শব্দ :** অসমীয়া ভাষাত সংখ্যাৱাচক বিশেষণ শব্দৰ বিশেষ ৰূপ নাই বুলিয়ে ক'ব পাৰি। মাত্ৰ পহিলা, দোচোৰা ( দোছোৰা ), চ'থা এই শব্দকেইটাৰ বাহিৰে সংখ্যাৰাচক বিশেষণ হিছাপে তেনে অসমীয়া শব্দ ব্যৱহাৰ হোৱা দেখা নাযায়। অৱশ্যে সংস্কৃতমূলক সংখ্যাৱাচক বিশেষণ শব্দবোৰকে অসমীয়াতো ব্যৱহাৰ কৰা হয়; যেনে, প্ৰথম, প্ৰথমা; দ্বিতীয়, দ্বিতীয়া; তৃতীয়, তৃতীয়া ইত্যাদি ( দ্ৰষ্টব্য : পৰিশিষ্ট ৩ )।



**২৯ পূৰণৱাচক সংখ্যাৱাচক শব্দ :** অসমীয়াত সংখ্যাৱাচক শব্দৰ [পূ]ৰণৱাচক অৰ্থত ব্যৱহাৰ কৰিবলৈ স্বকীয়া শব্দ নাই। সেই অৰ্থ প্ৰকাশ [ক]ৰিবলৈ সংখ্যাৱাচক বিশেষ্য শব্দৰ পাছত বাৰ বা গুন ( গুণ ) ৰূপ দুটা লগ [ল]গাব লাগে; যেনে, এ'ক্-বাৰ>এ'বাৰ ( এবাৰ ), দুই-বাৰ>দুবাৰ; এ'ক্-গুন >এগুন ( এগুণ ), দুই-গুন>দুগুন ( দুগুণ )।

**৩০ আংশিক সংখ্যাৱাচক শব্দ :** এই শব্দবোৰ এনেকুৱা :

$\frac{৩}{৪}$ : পোআ ( পোৱা )।

$\frac{১}{২}$ : আধা।

১$\frac{১}{২}$ : দে'ৰ ( দেঢ় )।

২$\frac{১}{২}$ : আৰ্হৈ ( আঢ়ৈ )।

+$\frac{১}{২}$ : চাৰে ( ছাঢ়ে, সাঢ়ে )।

−$\frac{১}{৪}$ : পৌনে।

পোৱা<সং. পাদ>প্ৰা. পাঅ+আ; আধা<সং. অৰ্ধ+আ; দেঢ়<সং. [দ্]বি অৰ্ধ; আঢ়ৈ<সং. অৰ্ধ তৃতীয়, অৰ্ধত্ৰিক; সাঢ়ে<সং. সাৰ্ধ; পৌনে<সং. [প]াদোন।

---

# দুই

৩১ **ক্রিয়া আৰু ক্রিয়া-বিভক্তি ঃ** যিবোৰ শব্দৰ পুৰুষ, কাল আ
ভাব অনুযায়ী পৰিৱৰ্তন ঘটে সেইবোৰ ক্রিয়া শব্দ। বচন অনুযায়ী ক্রিয়া শব্দ
কোনো পৰিৱৰ্তন নহয়; যেনে, মই খা-ওঁ, আমি খা-ওঁ; মানুহে খা-ই (খায়)
মানুহবোৰে খা-ই (খায়)। কোনো কাৰ্য সম্পাদনত প্ৰকাশ পোৱা কৰ্তা
মনোভাৱকে ভাব বোলে। অসমীয়াত ক্রিয়াৰ ভাব দুটা ঃ নিৰ্দেশক ভা
আৰু অনুজ্ঞা ভাব। নিৰ্দেশক ভাৱে কোনো এক সময়ৰ কোনো এটা কাৰ্য মা
প্ৰকাশ কৰে। অনুজ্ঞা ভাৱত আদেশ, অনুমতি, অনুৰোধ আৰু ইচ্ছা অ
প্ৰকাশিত হয়। কোনো কাৰ্য সম্পন্ন হোৱাৰ বিভিন্ন সময়ৰ নাম কাল
অসমীয়াত পাঁচোটা কাল আছে ঃ বৰ্তমান, ভূত, ভৱিষ্যত, পূৰ্ণ বৰ্তমান আ
পূৰ্ণ ভূত। বৰ্তমান কালত নিৰ্দেশক ভাৱৰ দুটা ৰূপ পোৱা যায়। তা
এটাক নিত্য বৰ্তমান আৰু আনটোক তাৎকালিক বৰ্তমান বুলিব পাৰি। '
ভাত খাওঁ।'—এই বাক্যটোৰ দ্বাৰা দুটা অৰ্থ প্ৰকাশিত হ'ব পাৰে। প্ৰথমে
মই সদায় ভাতকে খাওঁ, ৰুটী বা আন আহাৰ নাখাওঁ। এয়ে নিত্য বৰ্তমান
আন এটা পৰিস্থিতি এনেকুৱা ঃ আন কেইবাজনো মানুহ আছে। মো
হয়তো কৰবালৈ যাবৰ সময় হৈছে। এনেতে মই যদি কওঁ 'মই ভাত খাওঁ
তেতিয়া সেইটোকে তাৎকালিক বৰ্তমান বুলিব। ক্রিয়া শব্দবোৰ লক্ষ্য কৰিলে
আন এটা কথা চকুত পৰে। বিভিন্ন ক্রিয়াবোৰৰ কোনো এটা অংশ সদায় এ
ধৰণে থাকে। ক্রিয়াৰ সেই অংশটোক ক্রিয়াৰ মূল বা ধাতু বোলে। খা-
খা-লোঁ, খা-ম, খা-ইছোঁ, খা-ইছিলোঁ। এই উদাহৰণবোৰৰ পৰা অপৰিৱৰ্তি
খা অংশটোক খা ধাতু বুলিব লাগিব। ধাতুৰ পাছত কিছুমান প্ৰত্যয় ল
লগাই বিভিন্ন কালৰ নিৰ্দেশ বুজোৱা হয়। এইবোৰৰ নাম ক্রিয়া-বিভক্তি
ক্রিয়া-বিভক্তিবোৰ আকৌ ধ্বনি-সাপেক্ষ। অৰ্থাৎ ধাতুবোৰ স্বৰান্ত নে ব্যঞ্জনান্ত
স্বৰান্ত হ'লেও অন্তত কি স্বৰধ্বনি আছে সেই অনুযায়ী ক্রিয়া-বিভক্তিবোৰ
ৰূপৰ সলনি ঘটিব।

৩১.১ অনুজ্ঞা ভাৱত মান্যাৰ্থত ব্যৱহাৰ হোৱা দ্বিতীয় পুৰুষৰ ক্রিয়াৰূপবো
নিৰ্দেশক ভাৱৰ দ্বিতীয় পুৰুষৰ মান্যাৰ্থক ক্রিয়াৰূপবোৰেৰে সৈতে একে। ভৱিষ্যত
কালৰ দ্বিতীয় আৰু তৃতীয় পুৰুষৰ ৰূপবোৰো অনুজ্ঞা ভাৱত ব্যৱহাৰ হয়



যেনে, 'তুমি সিহঁতৰ ঘৰলৈ যাবা'। এই বাক্যটোৱে অনুৰোধ বা আদেশ অৰ্থ প্ৰকাশ কৰিছে।

পূৰ্ণ বৰ্তমান আৰু পূৰ্ণ ভূত কালত ধাতুৰ শেষত আৰু ক্রিয়া-বিভক্তিৰ আৰম্ভণিত থকা স্বৰধ্বনিবোৰ দ্বিস্বৰধ্বনিত পৰিণত হয়। বৰ্তমান কালত ইকাৰান্ত, ওকাৰান্ত আৰু ব্যঞ্জনান্ত ধাতুৰ পাছত তৃতীয় পুৰুষত -এ আৰু -অক বিভক্তি যোগ হ'ব। অকাৰান্ত আৰু আকাৰান্ত ধাতুৰ পাছত হ'লে সেই দুটা -ই আৰু -ওক হ'বগৈ। ধাতুৰ শেষত থকা আৰু ক্রিয়া-বিভক্তিৰ আৰম্ভণিত থকা স্বৰধ্বনি দুটা একে হ'লে ধাতুৰ শেষৰ স্বৰধ্বনিটো ক্রিয়াৰূপত লোপ পাব। দ্বিতীয় পুৰুষৰ অধিক মান্যাৰ্থৰ ৰূপ আপুনি শব্দৰ লগত তৃতীয় পুৰুষৰ ক্রিয়াৰূপহে যোগ হ'ব।

৩২ তলত দিয়া তালিকাখনে ধাতু আৰু ক্রিয়া-বিভক্তিৰ সংযোগৰ পূৰ্ণ চিত্ৰ দাঙি ধৰিব। কোনো কোনোৱে অনুজ্ঞাৰ মান্যাৰ্থত ব্যৱহাৰ হোৱা ক্রিয়া-বিভক্তিৰ '-আ'ৰ ঠাইত -আঁ লেখে আৰু উচ্চাৰণো কৰে। ভূত কাল, পূৰ্ণ বৰ্তমান কাল আৰু পূৰ্ণ ভূত কালৰ প্ৰথম পুৰুষৰ -লোঁ, -ইলোঁ, -ইছিলোঁৰ অনুনাসিকতাও কিছুমানে ব্যৱহাৰ নকৰে।

| ধাতু : | অকাৰান্ত | আকাৰান্ত | ইকাৰান্ত | ওকাৰান্ত | ব্যঞ্জনান্ত |
|---|---|---|---|---|---|
| | ক | খা | দি | ৰো | ধৰ্ |
| ভৱিষ্যত কাল : | | | | | |
| ১ম | ক'-ম | খা-ম | দি-ম | ৰু-ম | ধৰ্-ই-ম, ধ'ৰিম (ধৰিম) |
| ২য় (তুচ্ছ) | ক'-বি | খা-বি | দি-বি | ৰু-বি | ধৰ্-ই-বি, ধ'ৰিবি (ধৰিবি) |
| (মান্য) | ক'-বা | খা-বা | দি-বা | ৰু-বা | ধৰ্-ই-বা, ধ'ৰিবা (ধৰিবা) |
| ৩য় | ক'-ব | খা-ব | দি-ব | ৰু-ব | ধৰ্-ই-ব, ধ'ৰিব (ধৰিব) |
| পূৰ্ণ বৰ্তমান কাল | | | | | |
| ১ম | ক'-ইচোঁ, কৈচোঁ, (কৈছোঁ) | খা-ইচোঁ, খাইচোঁ (খাইছোঁ) | দি-ইচোঁ, দিচোঁ (দিছোঁ) | ৰু-ইচোঁ, ৰুইচোঁ (ৰুইছোঁ) | ধৰ্-ইচোঁ, ধ'ৰিচোঁ (ধৰিছোঁ) |
| ২য় (তুচ্ছ) | ক'-ইচ, কৈচ (কৈছ) | খা-ইচ, খাইচ (খাইছ) | দি-ইচ, দিচ (দিছ) | ৰু-ইচ, ৰুইচ (ৰুইছ) | ধৰ্-ইচ, ধ'ৰিচ (ধৰিছ) |
| (মান্য) | ক'-ইচা, কৈচা (কৈছা) | খা-ইচা, খাইচা (খাইছা) | দি-ইচা, দিচা (দিছা) | ৰু-ইচা, ৰুইচা (ৰুইছা) | ধৰ্-ইচা, ধ'ৰিচা (ধৰিছা) |
| ৩য় | ক'-ইচে, কৈচে (কৈছে) | খা-ইচে, খাইচে (খাইছে) | দি-ইচে, দিচে (দিছে) | ৰু-ইচে, ৰুইচে (ৰুইছে) | ধৰ্-ইচে, ধ'ৰিচে (ধৰিছে) |



| ধাতু : | অকাৰান্ত | আকাৰান্ত | ইকাৰান্ত | ওকাৰান্ত | ব্যঞ্জনান্ত |
|---|---|---|---|---|---|
| | ক | খা | দি | ৰো | ধৰ্ |
| বৰ্তমান কাল : | | | | | |
| (ক) নিৰ্দেশক ভাৱ | | | | | |
| ১ম | ক-ওঁ | খা-ওঁ | দি-ওঁ | ৰো-ওঁ>ৰোঁ | ধৰ্-ওঁ (ধৰোঁ) |
| ২য় (তুচ্ছ) | ক-অ (কৰ) | খা-অ (খাৱ) | দি-অ (দিয়) | ৰো-অ (ৰোৱ) | ধৰ্-অ (ধৰ) |
| (মান্য) | ক>কো-আ (কোৱা) | খা>খো-আ (খোৱা) | দি-আ (দিয়া) | ৰো-আ (ৰোৱা) | ধৰ্-আ (ধৰা) |
| ৩য় | ক-ই (কয়) | খা-ই (খায়) | দি-এ (দিয়ে) | ৰো-এ (ৰোৱে) | ধৰ্-এ (ধৰে) |
| (খ) অনুজ্ঞা ভাৱ | | | | | |
| ২য় (তুচ্ছ) | ক | খা | দে' (দে) | ৰো | ধৰ্ |
| (মান্য) | কো-আ (কোৱা) | খো-আ (খোৱা) | দি-আ (দিয়া) | ৰো-আ (ৰোৱা) | ধৰ্-আ (ধৰা) |
| ৩য় | ক-ওক | খা-ওক | দি-অক্ (দিয়ক) | ৰো-অক (ৰোৱক) | ধৰ্-অক (ধৰক) |
| ভূত কাল : | | | | | |
| ১ম | ক'-লোঁ | খা-লোঁ | দি-লোঁ | ৰু-লোঁ | ধৰ্-ই-লোঁ, ধ'ৰিলোঁ (ধৰিলোঁ) |
| ২য় (তুচ্ছ) | ক'-লি | খা-লি | দি-লি | ৰু-লি | ধৰ্-ই-লি, ধ'ৰিলি (ধৰিলি) |
| (মান্য) | ক'-লা | খা-লা | দি-লা | ৰু-লা | ধৰ্-ই-লা, ধ'ৰিলা (ধৰিলা) |

| ধাতুঃ | অকাৰান্ত | আকাৰান্ত | ইকাৰান্ত | ওকাৰান্ত | ব্যঞ্জনান্ত |
|---|---|---|---|---|---|
| | ক | খা | দি | ৰো | ধৰ্ |
| পূৰ্ণভূত কাল : | | | | | |
| ১ম | ক'-ইচিলোঁ, কৈচিলোঁ (কৈছিলোঁ) | খা-ইচিলোঁ, খাইচিলোঁ (খাইছিলোঁ) | দি-ইচিলোঁ, দিচিলোঁ (দিছিলোঁ) | ৰু-ইচিলোঁ (ৰুইছিলোঁ) | ধৰ্-ইচিলোঁ, ধ'ৰিচিলোঁ (ধৰিছিলোঁ) |
| ২য় (তুচ্ছ) | ক'-ইচিলি, কৈচিলি (কৈছিলি) | খা-ইচিলি, খাইচিলি (খাইছিলি) | দি-ইচিলি, দিচিলি (দিছিলি) | ৰু-ইচিলি (ৰুইছিলি) | ধৰ্-ইচিলি, ধ'ৰিচিলি (ধৰিছিলি) |
| (মান্য) | ক'-ইচিলা, কৈচিলা (কৈছিলা) | খা-ইচিলা, খাইচিলা (খাইছিলা) | দি-ইচিলা, দিচিলা (দিছিলা) | ৰু-ইচিলা (ৰুইছিলা) | ধৰ্-ইচিলা, ধ'ৰিচিলা (ধৰিছিলা) |
| ৩য় | ক'-ইচিল, কৈচিল (কৈছিল) | খা-ইচিল, খাইচিল (খাইছিল) | দি-ইচিল, দিচিল (দিছিল) | ৰু-ইচিল (ৰুইছিল) | ধৰ্-ইচিল, ধ'ৰিচিল (ধৰিছিল) |



৩২.১ জা ( যা ) ধাতুৰ বৰ্তমান আৰু ভৱিষ্যত কালত আকাৰান্ত ধাতুৰ নিচিনাই ৰূপ হ'ব। আন কালবোৰত জা>গ' আৰু ইয়াৰ অকাৰান্ত ধাতুৰ নিচিনা ৰূপ হ'ব। ভূত কালত ইয়াৰ ৰূপ হ'ব এনেকুৱা ; গ'লোঁ, গ'লি, গ'লা গ'ল।

৩৩ **অনিয়মিত ধাতু :** কিছুমান ধাতু আছে সেইবোৰৰ লগত কোনো ক্ৰিয়া-বিভক্তি যোগ নহয়। কিছুমান ধাতুৰ কেইটামান কাল, ভাৱ আৰু পুৰুষতহে ৰূপ হয় বা ক্ৰিয়া-বিভক্তি যোগ হয়। এনে ধৰণৰ ধাতুবোৰক অনিয়মিত ধাতু বোলা হৈছে। এই ধাতুবোৰ হ'ল : √নাই, √ব'ল্, √থাক্ আৰু √আচ্ ( আছ্ )।

√নাই ধাতুৰ পাছত কোনো ক্ৰিয়া-বিভক্তি যোগ নহয়। বৰ্তমান কালৰ নিৰ্দেশক ভাৱৰ সকলো পুৰুষত ইয়াৰ ব্যৱহাৰ হয় ; যেনে, মই তাত নাই, আমি তাত নাই, তই তাত নাই, তুমি তাত নাই, সি তাত নাই।

√ব'ল্ ধাতুৰ বৰ্তমান কালৰ অনুজ্ঞা ভাৱত দ্বিতীয় পুৰুষত ৰূপ হয় আৰু মান্যাৰ্থক আপুনি শব্দৰ লগতো ব্যৱহাৰ হয় ; যেনে, তই ব'ল ; তুমি ব'ল্-আ, ব'লা ; আপুনি ব'ল্-অক, ব'লক।

√থাক্ ধাতুৰ সকলো পুৰুষত বৰ্তমান, ভূত আৰু ভৱিষ্যত কালত আন ব্যঞ্জনান্ত ধাতুৰ দৰে ৰূপ হয় ; যেনে, থাক্-ওঁ, থাকোঁ, থাক্-ইলোঁ, থাকিলোঁ, থাক্-ইম, থাকিম ; তই থাক, তুমি থাকা।

√আচ্ (√আছ্ ) ধাতুৰ বৰ্তমান কালৰ নিৰ্দেশক ভাৱত সকলো পুৰুষত আৰু ভূত কালত আন ব্যঞ্জনান্ত ধাতুৰ নিচিনা ৰূপ হয় ; যেনে, মই আচ্-ওঁ> আচোঁ ( আছোঁ ), মই আচ্-ইলোঁ>আচিলোঁ ( আছিলোঁ )।

৩৪ **অসমীয়া ধাতুৰ উৎস :** অসমীয়া ধাতুবোৰৰ উৎস বিচাৰি গ'লে প্ৰধানকৈ তিনিটা উৎসৰ কথা ক'ব লাগিব : (১) মুখ্যধাতু, (২) গৌণধাতু আৰু (৩) অনাৰ্য আৰু আন ভাষাৰ পৰা অহা ধাতু। মুখ্যধাতু বুলি ক'লে সংস্কৃতৰ পৰা অসমীয়ালৈ পোনপটীয়াভাৱে অহা ধাতুবোৰৰ কথা ক'বলগীয়া হয়। সংস্কৃতৰ পৰা অহা ধাতুবোৰক আকৌ তিনিটা ভাগত ভগাব পাৰি। কিছুমান (ক) সংস্কৃতৰ সাধাৰণ ধাতু, কিছুমান (খ) সংস্কৃতৰ উপসৰ্গযুক্ত ধাতু আৰু কিছুমান (গ) সংস্কৃতৰ পাঁচনী ক্ৰিয়াৰ পৰা উদ্ভৱ হোৱা ধাতু।

৩৪.১ তলত মুখ্যধাতু কেতবোৰৰ তালিকা দিয়া হ'ল—

**(ক) সাধাৰণ ধাতু ঃ**

কৰ্ ( সং. কৰোতি, প্ৰা. কৰই )।
কান্দ্ ( সং. ক্ৰন্দতি )।
কিন্ ( সং. ক্ৰীণাতি )।
খা ( সং. খাদতি )।
খান্ ( সং. খনতি, প্ৰা. খণই )।
খে'ল্, খেল্ (সং. খেলতি, প্ৰা. খেলই)।
গল্ ( সং. গলতি )।
গা ( সং. গায়তি )।
ঘঁহ্ ( সং. ঘৰ্ষতি, প্ৰা. ঘসই )।
জা, যা ( সং. যাতি )।
জান্ ( সং. জানাতি )।
জুঁজ্, যুঁজ্ ( সং. যুধ্যতে )।
তৰ্ ( সং. তটতি, প্ৰা. তড়ই )।
দি ( সং. দীয়তে )।
দে'খ্, দেখ্ ( সং. দৃশ্যতে )।
নাচ্ ( সং. নৃত্যতি, প্ৰা. নচ্চই )।
নাম্ ( সং. নমতি )।
নি ( সং. নয়তি )।
পৰ্ ( সং. পততি, প্ৰা. পৰই )।
পৰ্হ্,পঢ়্ ( সং. পঠতি, প্ৰা. পঢ়ই )।
পিত্. পিট্ ( প্ৰা. পিট্টই<সং. পিষ্ট
পি ( সং. পিৱতি, প্ৰা. পিঅই )।
পুচ্, পুছ্ (সং. পৃচ্ছতি, প্ৰা. পুচ্ছই
বাৰ্, বাঢ়্ ( সং. ৱৰ্ধতে )।
বুজ্ ( সং. বুধ্যতে, প্ৰা. বুজ্ঝই )।
বে'ৰ্হ্, বেঢ়্ (সং. ৱেষ্টতে, প্ৰা. বেঢ়ই
মন্ ( সং. মন্যতে )।
মৰ্ ( সং. ম্ৰিয়তে )।
ল ( সং. লভতে )।
লিপ্ ( সং. লিম্পতি, প্ৰা. লিম্পই )
সৰ্ ( সং. সৰতি, প্ৰা. সৰই )।
সুন্, শুন্ ( সং. শৃণোতি, প্ৰা. সুণই )
সুআ, শুৱা ( সং, শোভতে )।
সো, শো (সং. স্বপিতি, প্ৰা. সোৱই )
সি, সী ( সং. সীব্যতি, প্ৰা. সিৱ্ৱই )
সিক্, শিক্ ( সং. শিক্ষতে )।
সিঁচ্ ( সং. সিঞ্চতি, প্ৰা. সিম্চই )।
সিজ্ ( সং, সিধ্যতি, প্ৰা. সিজ্ঝই )
হ ( সং. ভৱতি, প্ৰা. হৱই )।
হাঁহ্ ( সং. হসতি, প্ৰা. হসই )।

**(খ) সংস্কৃতৰ উপসৰ্গযুক্ত ধাতু ঃ**

উজা ( সং. উৎ-যাতি )।
উৰ্ ( সং. উৎ-ড্ডীয়তে )।
উথ্, উঠ্ ( সং. উৎ-তিষ্ঠতি, প্ৰা. উট্ঠই )।
ওপজ্ ( সং. উৎ-পদ্যতে )।
ওলম্ ( সং. অৱ-লম্বতে )।
চম্ভাল্ ( সং. সম্ভৰতি, প্ৰা. সম্ভালই )
চাপ্ ( সং. উপসৰ্পতি )।
পা ( সং. প্ৰাপ্নোতি )।
পাহৰ্ ( সং. প্ৰস্মৰতি )।
বিঅল্, বিয়ল্ ( সং. বিগলতি )।
সাঙোৰ্ ( সং. সমুঘটতে )।



**(গ) সংস্কৃতৰ পাঁচনী ক্ৰিয়াৰ পৰা হোৱা ধাতু ঃ**

উঘাল্ ( সং. উদ্ঘাটয়তি, প্ৰা. উগ্ঘাড়ই )।
চা, ছা ( সং. ছাদয়তি )।
চাৰ্ ( সং. চাৰয়তি )।
থ ( সং. স্থাপয়তি )।
দা ( সং. দাপয়তি )।
পাৰ্ ( সং. পাটয়তি )।
পাৰ্ ( সং. পাৰয়তি )।
ফাল্ ( সং. স্ফাটয়তি )।
বক্ ( সং. ৱক্কয়তি )।
বো ( সং. ৱোপয়তি, প্ৰা. বোঅই )।

৩৪.২ গৌণধাতু কেইবা প্ৰকাৰৰো হ'ব পাৰে ; যেনে, (ক) পাঁচনী ধাতু, (খ) নামধাতু, (গ) সংযুক্ত ধাতু, (ঘ) প্ৰত্যয়ান্ত ধাতু, (ঙ) ধ্বন্যাত্মক ধাতু। তলত প্ৰত্যেকৰে আলোচনা দিয়া হ'ল—

(ক) **পাঁচনী ধাতু ঃ** আনক পাঁচি কোনো কাম কৰোৱা বুজাবলৈ মুখ্যধাতুৰ পাছত -আ, -ওআ ( ওৱা ) আৰু -উআ ( উৱা ) প্ৰত্যয় যোগ দিলে আন এবিধ ধাতুৰ সৃষ্টি হয়। ইয়াৰ নাম পাঁচনী ধাতু। ক্ৰিয়া-বিভক্তিবোৰ পাঁচনী ধাতুবোৰৰ পাছত লগ লাগিব ; যেনে, খা-ওঁ, খা>খু-আ-ওঁ ( খুৱাওঁ )। কোনো কোনো ক্ষেত্ৰত মুখ্যধাতুৰ পাছত দুটা ভিন্ন প্ৰত্যয় যোগ দি দুটা পাঁচনী ধাতু কৰা হয়। তেতিয়া সেই দুটাৰ অৰ্থৰো সামান্য পৰিৱৰ্তন ঘটে ; যেনে, √পৰ্হ্ ( পঢ়্ ), পৰ্হ্-আ>পৰ্হা ( পঢ়া ), পৰ্হ্-উআ>প'ৰ্হআ ( পঢ়ুৱা ); √কৰ্, কৰ্-আ>কৰা, কৰ্-ওআ>কৰোআ ( কৰোৱা )। এইবোৰ ৰূপৰ অৰ্থবোৰ এনে ধৰণৰ হয়গৈ ; যেনে, পঢ়োঁ ( নিজে পঢ়োঁ ), পঢ়াওঁ ( নিজে আনক পঢ়াওঁ ), পঢ়ুৱাওঁ ( আনৰ পঢ়া খৰচ বহন কৰোঁ )। কৰোঁ ( নিজে কৰোঁ ), কৰাওঁ (আনৰ হতুৱাই কৰাওঁ), কৰোৱাওঁ (আনৰ হতুৱাই আনৰ দ্বাৰা কৰাওঁ)। পাঁচনী প্ৰত্যয়বোৰ ৰূপ-সাপেক্ষ। কোনো কোনো ক্ষেত্ৰত পাঁচনী প্ৰত্যয় যোগ হ'লে মুখ্যধাতুবোৰৰ একোটা তিৰ্যকৰূপ হয়। উদাহৰণ ঃ

-আ ঃ ক>কো-আ ( কোৱা )।
কৰ্-আ, কৰা।
কিলা>কিলো-আ ( কিলোৱা )।
খা>খু-আ ( খুৱা )।
গা>গো-আ ( গোৱা )।
চল্-আ, চলা।
দি-আ ( দিয়া )।

ধো>ধু-আ ( ধুৱা )।

নি-আ ( নিয়া )।

পে'লা>পে'লো-আ ( পেলোৱা )।

পলা>প'লু-আ ( পলুৱা )।

বান্ধ্>বন্ধ্-আ, বন্ধা।

ৰাখ্>ৰখ্-আ, ৰখা।

ল>লো-আ ( লোৱা )।

লিখ্-আ, লিখা।

সোমা>সুমু-আ ( সুমুৱা )।

সিক্-আ, সিকা ( শিকা )।

সো>সু-আ ( শুৱা )।

ওলা>উলি-আ ( উলিয়া )।

ওলত্>ওলোত্-আ, ওলোতা ( ওলোটা )।

ওলম্>ওলোম্-আ, ওলোমা।

-আ<সং. আপ, প্রা. আৱ।

-ওআ ( ওৱা ): কৰ্-ওআ, কৰোআ ( কৰোৱা )।

ৰাখ্>ৰখ্-ওআ, ৰখোআ ( ৰখোৱা )।

-উআ ( উৱা ): কান্দ্>কন্দ্-উআ>কন্দুআ>ক'ন্দুআ ( কন্দুৱা )।

বহ্-উআ>বহুআ>ব'হুআ ( বহুৱা )।

নাচ্>নচ্-উআ>নচুআ>ন'চুআ ( নচুৱা )।

হাঁহ্>হঁহ্-উআ>হঁহুআ>হঁ'হুআ ( হঁহুৱা )

দে'খ্-উআ>দে'খুআ>দেখুআ ( দেখুৱা )।

পক্-উআ>পকুআ>প'কুআ ( পকুৱা )।

(খ) **নামধাতু:** বিশেষ্য আৰু বিশেষণ শব্দৰ পাছত -আ, -ইআ (ইয়া), -উআ ( উৱা ) প্ৰত্যয় লগ লগাই কিছুমান ধাতু সজাব পাৰি। এনে ধাতুবোৰক নামধাতু বোলে। ক্ৰিয়া-বিভক্তি এইবোৰৰ পাছত যোগ দিব লাগে; যেনে, কিল, কিল-আ, কিলা-ওঁ। নামধাতু সজোৱা প্ৰত্যয়বোৰ ৰূপসাপেক্ষ। এইবোৰ লগ লগালে মূল ৰূপৰ কোনো কোনো ক্ষেত্ৰত তিৰ্যকৰূপো হয়। উদাহৰণ:

-আ: গুলি-আ, গুলিআ ( গুলীয়া )।

বোল-আ, বোলা।



পোন-আ, পোনা ( পোণা )।

তপত-আ, তপতা।

বহল-আ, বহলা।

ভাগ>ভগ-আ, ভগা।

ভুকু-আ ( ভুকুৱা )।

মাৰি>মৰি-আ>মৰিআ>ম'ৰিআ ( মৰিয়া )।

লাথি>লথি-আ>লথিআ>ল'থিআ ( লথিয়া )।

আঙুলি-আ ( আঙুলিয়া )।

খিৰ-আ ( খীৰা )।

-আ<সং, আয়।

-ইআ ( ইয়া ): চৰ-ইআ>চৰিআ>চ'ৰিআ ( চৰিয়া )।

গোব-ইআ>গোবিআ>গুবিআ ( গুবিয়া )।

গাল>গল-ইয়া>গলিআ>গ'লিআ ( গলিয়া )।

ৰিঙ-ইআ>ৰিঙিআ ( ৰিঙিয়া )।

তাঙোন>তঙন-ইয়া>তঙনিআ ( টঙনিয়া )।

-উআ ( উৱা ): আগ-উআ>আগুআ ( আগুৱা )।

(গ) **সংযুক্ত ধাতু:** কিছুমান ধাতু কিছুমান (১) বিশেষ্য বা বিশেষণ শব্দ, (২) ক্ৰিয়াৰ অসমাপিকা ৰূপ ( পৰি. ৩৯ ), (৩) ক্ৰিয়াৰ ভৱিষ্যত কালৰ তৃতীয় পুৰুষৰ ৰূপ নাইবা (৪) ক্ৰিয়াৰ ভূতকালিক কৃদন্ত ৰূপৰ ( পৰি. ৩৭ ) পাছত লগ লাগি বিভিন্ন অৰ্থ প্ৰকাশ কৰে। এনে ধৰণৰ ধাতুবোৰক সংযুক্ত ধাতু বোলা হৈছে। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল—

( ১ )

জমা কৰ্, পাচ ( পাছ ) কৰ্, নাম কৰ্, আগ বাহ্ ( বাঢ়্ ), খোজ কাহ্ ( কাঢ়্ ), চমু কৰ্, চুতি ( চুটি ) কৰ্, জুই ধৰ্, কাস ( কাষ ) চাপ্, পিথি ( পিঠি ) দি, মাৰ খা, লগ কৰ্, হাক দি, আৰম্ভ কৰ্, সেস ( শেষ ) কৰ্।

( ২ )

খাই পে'লা ( পেলা ), পে'লাই ( পেলাই ) দি, প'ৰি ( পৰি ) জা ( যা ), লৈ জা ( যা ), ব'হি ( বহি ) থাক্, ৰাখি থ, দৌৰি জা ( যা ), উথি ( উঠি ) জা (যা), কৈ চা, বাগ'ৰি ( বাগৰি ) পৰ্।

( ৩ )

খাব ধৰ্, খাব পাৰ্, ক'ব পাৰ্ ব'হিব ( বহিব ) পাৰ্, দিব পাৰ্, কান্দিব ধৰ্, জাব ( যাব ) খোজ্।

( ৪ )

ধৰা পৰ্, অহা-জোআ ( অহা-যোৱা ) কৰ্, খোআ ( খোৱা ) কৰ্।

(ঘ) **প্ৰত্যয়ান্ত ধাতু :** কিছুমান ধাতুৰ মূল বিচাৰি চালে যিবোৰ শব্দৰ পৰা সেই ধাতুবোৰ ওলাইছে যেন লাগে সেইবোৰৰ পাছতো আৰু কিছুমান ৰূপ সংযুক্ত হৈছে বুলি ক'ব পাৰি। এনে ধাতুবোৰক প্ৰত্যয়ান্ত ধাতু নাম দিয়া হৈছে। এই ক্ষেত্ৰত বিশেষকৈ ডঃ কাকতিয়ে দেখুৱা ধৰণে কিছুমান ধাতু তলত উল্লেখ কৰা হ'ল—

-ক : খলক্ ( √খল্ )।
থমক্ ( স্তম্ভ )।
সোলক্ ( প্ৰা. সোল্ল )।

-চ : খে'কেচ্, খেকেচ্ ( √স্তক্ )।
মলচ্ ( √মৰ্দ্ )।

-ত (ট) : ঘোঁকত্, ঘোঁকট্ ( অস. ঘোঁক্ )।

-ৰ : চোঁচৰ্ ( √চঞ্চ্ )।
বাগৰ্ ( ৱৰ্গ )।
মোহাৰ্ ( মৃষ্ )।

-ল : ওন্দোলা ( অন্ধ+ল )।
ৰম'লিআ, ৰমলিয়া ( ৰৱ+কৰ্ম )।

-হ : খে'ৰেহ্, খেৰেহ্ ( স্থৰিব )।

(ঙ) **ধ্বন্যাত্মক ধাতু :** কিছুমান ধ্বনি-সংযোগ উচ্চাৰণ কৰাৰ লগে লগে একোটা অৰ্থ প্ৰকাশিত হয়। সিহঁত ধাতুৰূপেও ব্যৱহাৰ হয়। অৰ্থাৎ সিহঁতৰ পাছত সচৰাচৰ ব্যৱহাৰ হোৱা ক্ৰিয়া-বিভক্তি যোগ দি ক্ৰিয়াৰ বিভিন্ন ৰূপ কৰিব পৰা যায়। এনে ধাতুবোৰ ধ্বন্যাত্মক ধাতু ; যেনে, কে'কা ( কেকা ), কে'কা-ই ( কেকায় ), কে'কা-ইচে ( কেকাইছে ), কে'কা-ইচিল ( কেকাইছিল )। এনে-কুৱা আন কেইটামান ধাতু হ'ল দে'দা ( দেদা ), ফোঁপা, বে'বা ( বেবা ) আদি। ধ্বন্যাত্মক ধাতু আৰু এবিধ আছে। এই বিধ ধাতু ধ্বন্যাত্মক শব্দৰ ( পৰি. ৫৩.১ )



ছত-আ প্ৰত্যয় লগ লগাই কৰা হয় ; যেনে, দপ্-দপ্-আ>দপদপা ; ধৰ্ফৰ্-আ>ধৰফৰা, কুত্-কুত্-আ>কুতকুতা ( কুটকুটা ) ; ফুচ্-ফুচ্-আ>ফুচফুচা।

৩৪.৩ **অনাৰ্য আৰু আন ভাষাৰ পৰা অহা ধাতু :** ডঃ কাকতিয়ে তব্বত-বৰ্মীয় শাখা-পৰিয়ালৰ অন্তৰ্গত বড়ো ভাষাৰ পৰা কিছুমান ধাতু সমীয়ালৈ অহাৰ কথা উন্নুকিয়াইছে। সেইবোৰৰ কিছুমান সাধাৰণ ধাতু াৰু কিছুমান সংযুক্ত ধাতু। সাধাৰণ ধাতুবোৰ এনেকুৱা : চে'লেক্ ( চেলেক্ ), বা, ৰে'প ( ৰেপ ), আগচ্, গচক্, চেঁকুৰ্, ভেঁকুৰ্, চে'প (চেপ)। সংযুক্ত ধাতুৰ খ্যা কম ; যেনে, খাম√বান্ধ্, গবা√মাৰ্, বিৰ√দি, থালামুৰি√মাৰ্। ছুমান আৰবী ভাষাৰ পৰা অহা ধাতু আছে ; যেনে, বদল্ ( আৰবী. বদল ), ম্ ( আৰবী. জমা ), খামোচ্, খামোছ্ ( আৰবী. খম্‌স্ )। কিছুমান ধাতুৰ স ক'ত নিৰ্ণয় কৰা সহজ নহয়। এনে কেইটামান ধাতু ভোজপুৰী ভাষাত াৱা যায়। অসমীয়াতো দুই-চাৰিটাৰ ব্যৱহাৰ আছে ; যেনে, খে'ল ( ঠেল্ ), . ভোজ. ঠেল্ ; সান্, ভোজ. সান্।

৩৫ **ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপ :** নাস্তি অৰ্থ বুজাবলৈ অসমীয়াত ক্ৰিয়াৰ াগত নাস্ত্যৰ্থক ৰূপ 'ন' যোগ হয় আৰু ধাতুটোৰ প্ৰথম স্বৰধ্বনি অনুযায়ী 'ন'ৰ স্বৰধ্বনিৰ সমীভৱন হয়। উদাহৰণ :

ন-মৰ্-এ>নমৰে।

না-মাৰ্-এ>নামাৰে। কোনো কোনো অঞ্চলত নে'মাৰে ( নেমাৰে )।

নি-দি-এ>নিদিএ ( নিদিয়ে )।

নু-সুন্-এ>নুসুনে ( নুশুনে )।

নে'-দে'খ্-এ>নে'দে'খে ( নেদেখে )।

নো-খোজ্-এ>নোখোজে।

ন-হ-ই>নহই ( নহয় )।

ন'-হ'-ল>ন'-হ'ল ( নহ'ল )।

পাৰ্-এ>পাৰে আৰু আহ্-এ>আহে ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপ ন-পাৰ্-এ> া-আৰে ( নোৱাৰে ), ন-আহ্-এ>না-হে হয়।

৩৫.১ অসমীয়া ভাষাৰ নাস্ত্যৰ্থক ৰূপৰ গঠনত ডঃ কাকতিয়ে তিব্বত-বৰ্মীয় াৰ প্ৰভাৱৰ কথা কৈছে। কিন্তু ওপৰত উল্লেখ কৰা দেউৰী-চুতীয়া ভাষাত ল নাস্ত্যৰ্থক ৰূপটো ( অব্যয় ৰূপ ) ক্ৰিয়াৰ পাছতহে ব্যৱহাৰ হোৱা দেখা য় ; যেনে, ন নিজিঁ 'তুমি জানা', ন নিজিঁ-আ 'তুমি নাজানা'। এই ক্ষেত্ৰত

খামটি আৰু আহোম ভাষাৰ নাস্ত্যৰ্থক ৰূপৰ কথা চাব পাৰি। খামটি ভাষা এটা উদাহৰণ ঃ কৃউ ( মই ) খামতি চাউ ( মই খামটি ভাষা জানো )। কৃ খামতি ঞ্-চাউ ( মই খামটি ভাষা নাজানো )। আহোম ভাষাৰ উদাহৰণ মা-তং>মতং ( নুবুজোঁ ), মা-ৰু>মুৰু ( নাজানো ), মা-কিন্>মিকি ( নাখাওঁ )। ( চৰ্যাপদত ণ জাই, মা জাহুবে আদি ৰূপ পোৱা যায় )।

৩৬ **তুমুনন্ত ক্ৰিয়া-ৰূপ ঃ** ক্ৰিয়াৰ ভৱিষ্যত কালৰ তৃতীয় পুৰু ৰূপৰ পাছত পৰসৰ্গ লৈ লগ লগাই তুমুনন্ত অৰ্থ প্ৰকাশ কৰা হয়। উদাহৰণ খাব-লৈ>খাবলৈ, শুনিব-লৈ ( শুনিবলৈ ), ক'ব-লৈ।

পুৰণি অসমীয়াত ধাতুৰ পাছত -ইত, -ইতে, -ইবা, -ইবাৰ, -ইবে, -ইবা প্ৰত্যয় লগ লগাই নাইবা প্ৰত্যয়ৰ পাছত লাগি পৰসৰ্গ যোগ দিও তুমুনন্ত অ প্ৰকাশ কৰা হৈছিল ; যেনে,

জৈসানি খুজিত মোক আইলা হনুমন্তে।
আমাক জুঁজিতে আসে।
কৃষ্ণক ৰুক্মিণীক দিবা ইচ্ছা কৰিলা।
তুয়ো কথা শুনিবাৰ মোৰ মন লাগে।
পৃথিবীক এৰিবে আমাৰ আছে মতি।
সৃষ্টি কৰিবাক গোসাই কৰিলা যুগুতি।
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।

কামৰূপী উপভাষাত ধাতুৰ পাছত তুমুনন্ত প্ৰত্যয় যোগ হয়। এই প্ৰত বোৰ হ'লঃ -বা, -বাৰ, -বাক। এইবোৰ স্বৰান্ত ধাতুৰ পাছত যোগ হ ব্যঞ্জনান্ত ধাতু হ'লে এইবোৰৰ আগত -ই লগ লাগিব। -বাৰ প্ৰত্যয়ৰ পা -লেগি এই পৰসৰ্গটো থাকিব। উদাহৰণ ঃ খা-বা যাওঁ, খা-বাৰ পানী, খা-ব লেগি আছে।

৩৭ **কৃদন্ত ঃ** কোনো এটা ক্ৰিয়া সম্পন্ন কৰাজনক নাইবা কো এটা ক্ৰিয়া কৰি থকা অৱস্থা বুজাবলৈ ধাতুৰ পাছত ক্ৰমে -ওঁতা আৰু -ওঁ প্ৰত্যয় যোগ দিয়া হয় ; ইয়াৰ নাম বৰ্তমানকালিক কৃদন্ত ; যেনে, খা-ওঁতা খাওঁতা, কৰ্-ওঁতা>কৰোঁতা, ৰাখ্-ওঁতা>ৰাখোঁতা ; থাক্-ওঁতে>থাকোঁত ধৰ্-ওঁতে>ধৰোঁতে। ধাতুৰ পাছত -আ প্ৰত্যয় লগ লগালে আন কিছুম শব্দ পোৱা হ'ব। সেইবোৰ বিশেষণৰূপে ব্যৱহাৰ হয়। তেনে শব্দবোৰ ভূতকালিক কৃদন্ত শব্দ বোলে। -আ প্ৰত্যয় যোগ হোৱাৰ পাছত ধাতুটো



আন ধাতুৰে বৰ্তমান কালৰ নিৰ্দেশক ভাৱত দ্বিতীয় পুৰুষত ( মান্যাৰ্থ ) লোৱা ৰূপৰ নিচিনা ৰূপ হ'ব ; যেনে, ক>কো -আ>কোআ ( কোৱা ), খা> খো -আ>খোআ ( খোৱা ), কৰ্ -আ>কৰা। এনেদৰে গঠিত শব্দবোৰ বিশেষ্যৰূপেও ব্যৱহাৰ হয় ; যেনে, জা>জো-আ, জোআ-ৰ ( যোৱাৰ ) পৰা, জোআ-ত ( যোৱাত )।

৩৭.১ পুৰণি অসমীয়াত -ওঁতাৰ ঠাইত -অন্তা আৰু -ওঁতেৰ ঠাইত -অন্তেৰ ব্যৱহাৰ আছিল ; যেনে, ৰাখন্তা, কৰন্তা, ফুৰন্তে। ভূতকালিক কৃদন্তৰ বাবে -ইলা আৰু -ইবাৰ প্ৰত্যয় ব্যৱহাৰ কৰা হৈছিল। উদাহৰণ ঃ

ৰাঘৱে পঠাইলা জাম্ববন্তক পাইলন্ত।
আপুনি নিৰ্মিলা শাস্ত্ৰ তাকো পঢ়া হুয়া ছাত্ৰ।
বাসৱে দিবাৰ অস্ত্ৰ গুণত চৰাইল।

ডঃ কাকতিয়ে কৃদন্ত -ইবাৰ প্ৰত্যয়টো বিশেষকৈ প্ৰাক-বৈষ্ণৱ যুগৰ ৰচনাৰ বৈশিষ্ট্য বুলি মন্তব্য দিছে। ই অকল সেই যুগৰে বৈশিষ্ট্য নহয় ; বৈষ্ণৱ যুগতো ইয়াৰ ব্যৱহাৰ নোহোৱা নহয়। ভট্টদেৱৰ ৰচনাত পোৱা যায় ঃ কৃষ্ণক আসিবাৰ দেখি।

৩৮ **ভৱিষ্যৱাচক কৃদন্ত ঃ** ভৱিষ্যত কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়াৰূপৰ পাছত -ল'গিআ ( লগীয়া ) ৰূপটো লগ লগাই এবিধ মিশ্ৰ শব্দৰ সৃষ্টি কৰিব পাৰি। এই শব্দবোৰ বিশেষণ শব্দৰূপে ব্যৱহাৰ হয়। এইবোৰক ভৱিষ্যৱাচক কৃদন্ত শব্দ বোলা হৈছে। উদাহৰণ ঃ ক'ব -ল'গিআ ( ক'বলগীয়া ) কথা, ক'ৰিব -ল'গিআ ( কৰিবলগীয়া ) কাম।

ভৱিষ্যত কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়াৰূপৰ পাছত লাগ্ ধাতুৰ তৃতীয় পুৰুষত বৰ্তমান, পূৰ্ণ ভূত আৰু ভৱিষ্যত কালৰ ৰূপ সংযোগ কৰিলে একপ্ৰকাৰ বাধ্যতা-সূচক ভাৱ প্ৰকাশিত হয়। উদাহৰণ ঃ খাব লাগ্ -এ>লাগে, খাব লাগ্ -ইব> লাগিব, খাব লাগ্ -ইছিল ( লাগিছিল )।

৩৯ **অসমাপিকা ক্ৰিয়াৰূপ ঃ** ক্ৰিয়াৰ যি ৰূপৰ পৰা কোনো কাম শেষ হোৱা বুজা যায় সি সমাপিকা ক্ৰিয়া ; যেনে, মই ভাত খালোঁ। ক্ৰিয়াৰ যি ৰূপৰ পৰা কামৰ ওৰ -নপৰা অৰ্থ বুজা যায় সি অসমাপিকা ক্ৰিয়া ; যেনে, মই ভাত খাই···। ক্ৰিয়াৰ অসমাপিকা ৰূপে বাক্যৰ দুটা অংশ সংযোগ কৰে। ক্ৰিয়াৰ অসমাপিকা ৰূপ পাবলৈ হ'লে ধাতুৰ পাছত —ই, —লে বা —ইলে, —লত বা —ইলত প্ৰত্যয় যোগ দিব লাগে। —ই প্ৰত্যয় যোগ দিয়াৰ

পাছত স্বৰসঙ্গতি অনুযায়ী ক্ৰিয়াৰূপবোৰৰ পৰিৱৰ্তন আৰু ধাতুবোৰ তিৰ্যকৰূপো হয়।

**-ই ঃ** ক-ই>কই>ক'ই (কৈ), খা-ই>খাই, দি>দ-ই>দি, সো-ই> সোই>সুই (শুই), কৰ-ই>কৰি>ক'ৰি (কৰি), জা>গ'-ই>গ'ই (গৈ)।

**-লে/ -ইলে ঃ** স্বৰান্ত ধাতুৰ পাছত -লে আৰু ব্যঞ্জনান্ত ধাতুৰ পাছ -ই-লে প্ৰত্যেয় যোগ হয়; যেনে, ক>ক'-লে>ক'লে, শুন্-ই-লে>শুনি (শুনিলে)। —লে/-ইলে প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়াৰূপ সংযোগ হো বাক্যৰ সমাপিকা ক্ৰিয়াটো বৰ্তমান কাল, পূৰ্ণ ভূতকাল নাইবা ভৱিষ্য কালৰ হয়। উদাহৰণ ঃ মই ক'লে তেওঁ শুনে। মই ক'লে তেওঁ শুনিছিল মই ক'লে তেওঁ শুনিব। মই আহিলে তুমি যাবা। পুৰণি অসমীয়াত এ প্ৰয়োগ আছে ঃ এই বীৰ পৰিলেক সবাৰো সুস্থ হয়।

**-লত/-ইলত ঃ** স্বৰান্ত ধাতুৰ পাছত -লত আৰু ব্যঞ্জনান্ত ধাতুৰ পাছ -ইলত প্ৰত্যয় যোগ হয়। এই প্ৰত্যয়ান্ত অসমাপিকা ক্ৰিয়াৰূপ সংযোগ হো বাক্যৰ সমাপিকা ক্ৰিয়াটো ভূতকালৰ হ'ব। উদাহৰণ ঃ সি ক>ক' -লত> ক'লত তেওঁ শুনিলে, মই আহ্‌-ইলত>আহিলত তেওঁ গ'ল। পুৰ অসমীয়া আৰু মধ্যযুগীয় অসমীয়াত হ'লে সমাপিকা ক্ৰিয়াটো ভূতকাল নাই ভৱিষ্যত কালৰ হ'ব পাৰিছিল। উদাহৰণ ঃ আমি এৰিলত তুমি, ঐ নাথাকিবা তুমি (শঙ্কৰদেৱ)। এই বুলিলত গোসাঁইবোৰেও কাপৰ একজো দিলে (বুৰঞ্জী)। পুৰণি অসমীয়াত -ইলেত, -ইলতে প্ৰত্যয়ৰ ব্যৱহাৰো আছে যেনে, তুমি এৰিলেত মই শোক-দুঃখ পাইবো। চিন্তিলতে মিলিবে সকল।

৪০ **ক্ৰিয়াৰ অবিচ্ছিন্নতা ঃ** কোনো কাৰ্য চলি থকা অৰ্থ প্ৰকা কৰিবলৈ হ'লে -ই প্ৰত্যয়ৰ যোগৰ দ্বাৰা সিদ্ধ হোৱা ক্ৰিয়াৰ অসমাপিকা ৰূ পাছত আছ্‌ আৰু থাক্ ধাতুৰ ৰূপ যোগ দিব লাগে। উদাহৰণ ঃ ম কামটো কৰি আছোঁ। মই সেই সময়ত পঢ়ি আছিলোঁ। মই কামটো কৰি থাকিম।

৪১ **চৰ্ত সাপেক্ষতা ঃ** কেতিয়াবা কোনো এটা কাৰ্য সম্পন্ন হোৱাটো আন এটা কাৰ্যৰ ওপৰত নিৰ্ভৰশীল হৈ পৰে। এনে পৰিস্থিতি বুজাবলৈ হ' কোনো এটা বাক্য দুটা অংশত বিভক্ত হয়। তাৰ প্ৰথম অংশত ক্ৰিয় ভূতকালিক কৃদন্ত ৰূপৰ পাছত পৰসৰ্গ হেঁতেন যোগ দিব লাগে আৰু দ্বিতী অংশত ভূতকালৰ ক্ৰিয়াৰূপৰ পাছতো হেঁতেন যোগ হয়; যেনে, তুমি কো



হেঁতেন সি আহিল হেঁতেন। ইয়াৰ নাম চৰ্ত সাপেক্ষতা। সচৰাচৰ ব্যাকৰণ-বোৰত ইয়াক সম্ভাব্য ভূতকাল আখ্যা দিয়া হৈছে। দৰাছলতে ইয়াক কালৰ ভিতৰত ধৰিব নোৱাৰি; কাৰণ ধাতুৰ পাছত ক্ৰিয়া-বিভক্তি যুক্ত হৈহে বিভিন্ন কালৰ নিৰ্দেশ দাঙি ধৰে। হেঁতেন এটা পৰসৰ্গহে। ই ধাতুৰ পাছত লগ নালাগে। চৰ্ত সাপেক্ষতা বুজাবলৈ আন এটা উপায়ো আছে। বাক্যৰ প্ৰথম অংশত ক্ৰিয়াৰ অসমাপিকা -লে বা -ইলে প্ৰত্যয় যোগ হোৱা ৰূপ প্ৰয়োগ কৰি দ্বিতীয় অংশত ভূতকালৰ ক্ৰিয়াৰূপৰ পাছত পৰসৰ্গ হেঁতেন যোগ দিব লাগে; যেনে, তুমি ক'লে সি আহিল হেঁতেন। পুৰণি আৰু মধ্যযুগীয় অসমীয়াত চৰ্ত সাপেক্ষতা তলত দিয়া ধৰণে প্ৰকাশিত হৈছিল ঃ

যদি আজি ঘৰত আছিল হন্তে স্বামী
তেবে আনি তোমাক ৰাখিলো হন্তে আমি

—শঙ্কৰ চৰিত।

মোক আজ্ঞা কৰে হঁতে খুচি মাৰিব পাৰোঁ।

—বুৰঞ্জী।

হেঁতেন<সং. √অস্, প্ৰা. সন্ত; পু. অ. হন্তে, হঁতে; হঁতে+ন।

৪২ **ক্ৰিয়াৰ বাচ্য ঃ** বাচ্য শব্দৰ অৰ্থ ক'বলগীয়া। ক্ৰিয়াৰ বাচ্য মানে বাক্য এটাত ক্ৰিয়াই ক'বলগীয়া কথা। বাক্যত ক্ৰিয়াই প্ৰধানকৈ কৰ্তাৰ কথা, কৰ্মৰ কথা আৰু ক্ৰিয়াৰ নিজৰ কথা বৰ্ণনা কৰে। কৰ্তাৰ কথা বৰ্ণিত হ'লে কৰ্তৃবাচ্য, কৰ্মৰ কথা বৰ্ণনা কৰা হ'লে কৰ্মবাচ্য আৰু ক্ৰিয়াৰূপৰ বৰ্ণনা থকা বাক্য ভাৱবাচ্যৰ। গোপালে কিতাপ পঢ়িছে। জৰ হ'লে গা নোধোৱে। ইয়াৰপৰা দেখা যায়। এইকেইটা ক্ৰমে কৰ্তৃবাচ্য, কৰ্মবাচ্য আৰু ভাৱবাচ্যৰ উদাহৰণ। অসমীয়াত ক্ৰিয়াৰ কৰ্ম আৰু ভাৱবাচ্যৰ ৰূপ পাবলৈ হ'লে কিছুমান স্বকীয়া পদ্ধতি অনুসৰণ কৰিব লাগে। প্ৰথমতে কৰ্মবাচ্যৰ কথাকে চোৱা যাওক। কোনো কোনো ক্ষেত্ৰত বাক্যত কৰ্মটোৰ উল্লেখ থাকিলে ক্ৰিয়াৰ ই প্ৰত্যয়ান্ত অসমাপিকা ৰূপ ব্যৱহাৰ কৰিব লাগে; যেনে, বতাহ চকুৰে নেদেখি; কাৰো মাত ক'তো নুশুনি; দিনত তৰা নেদেখি। কেতিয়াবা আকৌ কৰ্মৰ উল্লেখ থকা বাক্যত বৰ্তমান কালৰ নিৰ্দেশক ভাৱৰ তৃতীয় পুৰুষৰ ক্ৰিয়া ব্যৱহাৰ কৰিব লাগে; যেনে, জৰ হ'লে গা নোধোৱে। কৰ্মৰ উল্লেখ নাথাকিলেও একে ক্ৰিয়া ব্যৱহাৰ কৰিব পাৰি; যেনে, কাপোৰখনে নুশুৱায়। ভূতকালিক কৃদন্ত শব্দৰ পাছত √হ আৰু √যা ধাতুৰ পৰা উৎপন্ন ক্ৰিয়াৰ ব্যৱহাৰৰ দ্বাৰা বাক্যত ক্ৰিয়াৰ

নিজৰ কথা বৰ্ণিত হয়। এয়ে ভাৱবাচ্য। উদাহৰণ: কিতাপখন পঢ়া হ'ল গুৰু-সেৱা কৰা হ'ল। কথাটো তেওঁক জনোৱা হ'ব। কামটো কৰা হৈছিল ভক্তি কৰিলে ঈশ্বৰক পোৱা যায়। সময়ত দেখা যাব।

৪২.১ পুৰণি অসমীয়াত ধাতুৰ পাছত কিছুমান প্ৰত্যয় যোগ দি কৰ্মবা আৰু ভাৱবাচ্য কৰা হৈছিল। সেই প্ৰত্যয়বোৰ হ'ল -ই, -ইয় আৰু -ইয়া উদাহৰণ:

(ক) নুবুজি তোমাৰ লীলা (তোমাৰ লীলা বুজা নাযায়)।

(খ) চন্দ্ৰাৱতী ৰজনী দেখিয় বহুদূৰ (জোনাক নিশা বহু দূৰলৈ দে যায়)।

(গ) বাৰণৰ মাতৃ তাই বুলিয়া নৈকাসী (বাৰণৰ মাতৃ তাই নৈকাসী বু জনাজাত)।

৪৩ **ক্ৰিয়া-বিশেষণ:** বিশেষণৰ নিচিনা ক্ৰিয়া-বিশেষণবো চিনা হ'ল বাক্যত ব্যৱহাৰ হওঁতে তাৰ স্থানহে। বাক্যত ব্যৱহাৰ হওঁতে ক্ৰিয় বিশেষণ শব্দটো সচৰাচৰ বিশেষণ নাইৱা ক্ৰিয়া শব্দৰ আগত বহে; যেনে, বৰ ভাল ন'ৰা। এইটো **বেচি** (বেছি) ভাল। তুমি **আজি** আহিব কেতিয়াবা কিছুমান ক্ৰিয়া-বিশেষণ ক্ৰিয়া-বিশেষণ শব্দৰ আগতো বহে; যেনে **বৰ** বে'গাই (বেগাই) গৈছে। কিছুমান ক্ৰিয়া-বিশেষণ শব্দৰ পাছত শ বিভক্তি যোগ হয়; যেনে, কালি, কালি>কাই-লৈ, কাইলৈ-ৰ কাইলৈ-ৰ পৰা আজি, আজি-লৈ, আজি-ৰ, আজি-ৰ পৰা; আজিৰ মানুহ, আজিৰ দি আদিত আজিৰ শব্দটো বিশেষণৰূপে ব্যৱহাৰ হৈছে। কিছুমান প্ৰত্যয় যো দি বিশেষ্য, বিশেষণ আৰু সৰ্বনাম শব্দৰ পৰা কিছুমান ক্ৰিয়া-বিশেষণ শব্দ সজা পাৰি। বিশেষ্যৰ পৰা সজোৱা ক্ৰিয়া-বিশেষণবোৰ এনে ধৰণৰ: বে'গ-আই বে'গাই (বেগাই); গিৰিস-আই, গিৰিসাই; তপৰ্-আই, তপৰাই (টপৰাই) বাহিৰ-এ, বাহিৰে; ভিতৰ-এ, ভিতৰে; মন-এ মন-এ, মনে মনে; ভাল- কুসল-এ, ভালে-কুসলে (ভালে-কুশলে); সোনকাল-এ, সোনকালে; আগ্> আগ-ত; পাচ্>পাচ-ত (পাছত); নৰাল'ৰি-কৈ (নৰালৰিকৈ) বিশেষণৰ পৰা সজোৱা ক্ৰিয়া-বিশেষণবোৰ এনেকুৱা; সুদা-ই (শুদাই) কেঁচা-ই, এ'নে-কৈ (এনেকৈ), তে'নে-কৈ (তেনেকৈ), জে'নে-কৈ (যেনেকৈ) কে'নে-কৈ (কেনেকৈ); এ'নেকুআ-কৈ (এনেকুৱাকৈ), তে'নেকুআ-কৈ (তেনেকুৱাকৈ), জে'নেকুআ-কৈ (যেনেকুৱাকৈ), কে'নেকুআ-কৈ



(কেনেকুৱাকৈ); ইমান-কৈ, কিমান-কৈ, জিমান-কৈ (যিমানকৈ), সিমান-কৈ; ভাল-কৈ, বে'ইআ-কৈ (বেয়াকৈ), ধুনিআ-কৈ (ধুনীয়াকৈ), ওখ-কৈ, চাপৰ-কৈ, বগা-কৈ, বে'কা-কৈ (বেকাকৈ), দাঙৰ-কৈ (ডাঙৰকৈ); ভাল-ভাবে (ভালভাৱে), ভাল-দৰে, ভাল-ৰূপে (ভালৰূপে)। সৰ্বনাম শব্দৰ পৰা সজোৱা ক্ৰিয়া-বিশেষণ কিছুমান হ'ল এনে ধৰণৰ: এ'-তিআ, এতিআ (এতিয়া); ত্-এতিয়া, তেতিআ, (তেতিয়া); ক্-এতিআ, কেতিআ (কেতিয়া); কেতিআ-বা, কেতিআবা (কেতিয়াবা); জ্-এতিআ, জেতিআ (যেতিয়া); অ'-ত; ত্-অ'ত, ত'ত; ক্-অ'ত, ক'ত; জ্-অ'ত, জ'ত (য'ত)। (পুৰণি অসমীয়াত অহি-ত, ঐত; তহি-ত, তৈত; কহি-ত, কৈত; জহি-ত, জৈত আদি ৰূপ পোৱা যায়)। আন কিছুমান ক্ৰিয়া-বিশেষণ শব্দ এনেকুৱা: সদাই (সদায়), আকৌ, অকলে, ততালিকে, কিঅ (কিয়), কেলেই, নিচেই, হুনাই, অতি, অতিপাত, নৌ, নিতৌ, জেনি (যেনি), তেনি, কেনি, কেনিবা, কাচিৎ, অবশ্যে (অৱশ্যে), অথনি, বৰঙ (বৰং), আজি, কালি, পৰ'হি (পৰহি), এ'কেবাৰে (একেবাৰে), অকলসৰে (অকলশৰে)। কিছুমান ক্ৰিয়া-বিশেষণৰ পাছত কিছুমান প্ৰত্যয় যোগ দিও নতুন ক্ৰিয়া-বিশেষণ সজাব পাৰি। উদাহৰণ: অথনি-কৈ, আজি-লৈ, পৰ'হি-লৈ (পৰহিলৈ)।

৪৩.১ ক্ৰিয়া-বিশেষণবোৰক কেইটামান ভাগত ভাগ কৰিব পাৰি। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল।

(ক) **কালৱাচক ক্ৰিয়া-বিশেষণ:** এতিআ (এতিয়া), তেতিআ (তেতিয়া), কেতিআ (কেতিয়া), কেতিআবা (কেতিয়াবা), জেতিআ (যেতিয়া), কালি, কাইলৈ, পৰ'হি (পৰহি), পৰ'হিলৈ (পৰহিলৈ), প্ৰথমতে, সোনকালে, সদাই (সদায়), বচৰে (বছৰে), মাহে, অলপতে, সপ্তহতে, পুআতে (পুৱাতে), নিতৌ, বিঅ'লি (বিয়লি)।

(খ) **স্থানৱাচক ক্ৰিয়া-বিশেষণ:** ইআত (ইয়াত), তাত, ক'ত, জ'ত, (য'ত), ত'ত, অ'ত, অ'ত-ত'ত, অ'লৈ-ত'লৈ, জ'তে-ত'তে (য'তে-ত'তে), জ'লৈকে-ত'লৈকে (য'লৈকে-ত'লৈকে), বাহিৰে-ভিতৰে, ওচৰে-পাজৰে, তলত, ওপৰত, এইফালে, এইপিনে, কোনফালে, কোনপিনে আদি।

(গ) **লক্ষণৱাচক ক্ৰিয়া-বিশেষণ:** এ'নেকৈ (এনেকৈ), তে'নেকৈ (তেনেকৈ), কে'নেকৈ (কেনেকৈ), জে'নেকৈ (যেনেকৈ), এ'নেকুআকৈ (এনেকুৱাকৈ), তে'নেকুআকৈ (তেনেকুৱাকৈ), কে'নেকুআকৈ (কেনেকুৱাকৈ),

জে'নেকুআকৈ ( যেনেকুৱাকৈ ), অকলে, লাহেকৈ, খাতাঙকৈ ( খাটাংকৈ ), ভালকৈ, বে'ইআকৈ ( বেয়াকৈ ), ভালে-ভালে, ভালে-কুসলে ( ভালে-কুশলে ), বে'গাই ( বেগাই ), তপৰাই ( টপৰাই ), দে'খাদেখিকৈ ( দেখাদেখিকৈ )।

(ঘ) **বিৱিধ বিষয়ক ক্ৰিয়া-বিশেষণ ঃ** আৰু, বেচি ( বেছি ), কম, অলপ, কি, কিঅ ( কিয় ), মুথেই ( মুঠেই ) ইত্যাদি।

৪৪ **ক্ৰিয়া-বিশেষণৰ তুলনা ঃ** ক্ৰিয়া-বিশেষণৰ তুলনাৰ পদ্ধতি বিশেষণৰ তুলনাৰ পদ্ধতিৰে সৈতে একে ( পৰি. ২৪ )। উদাহৰণ ঃ এই কামটো মই তোমাতকৈ সোনকালে কৰিম। তেওঁ মোতকৈ বেছি জানে। কোন আটাইতকৈ সোনকালে উঠিছে ?

৪৫ **অব্যয় ঃ** যিবোৰ শব্দৰ পাছত বচন আৰু লিঙ্গৰাচক প্ৰত্যয় নাইবা শব্দ-বিভক্তি যোগ নহয় সেইবোৰ শব্দ অব্যয় শব্দ। অব্যয় শব্দৰ পাছত অৱশ্যে কোনো কোনো ক্ষেত্ৰত আন যুক্তৰূপ লগ লাগিব পাৰে ( দ্ৰষ্টব্য ঃ জোৰ বুজোৱা ৰূপ। পৰি. ৪৭ )। কেতিয়াবা আকৌ বিশেষ্য শব্দৰ পাছত শব্দ বিভক্তিৰ প্ৰথমা বিভক্তি-এ যোগ দি সেইটো ৰূপকে অব্যয়ৰূপে ব্যৱহাৰ কৰা হয়; যেনে, কাৰণ-এ, কাৰণে; নিমিত্ত-এ, নিমিত্তে; তোমাৰ কাৰণে, সিহঁতৰ কাৰণে, মানুহৰ কাৰণে; তোমাৰ নিমিত্তে, সিহঁতৰ নিমিত্তে, মানুহৰ নিমিত্তে সেইদৰে মানুহৰ ( বাব-এ ) বাবে; মানুহৰ ( হক-এ ) হকে। অব্যয় শব্দবোৰক (ক) পৰসৰ্গ আৰু (খ) বিৱিধ বিষয়ক অব্যয় এই দুটা ভাগত ভাগ কৰিব পাৰি।

৪৫.১ কোনো ক্ষেত্ৰতে কোনো পৰিৱৰ্তন নোহোৱা কিছুমান ৰূপক পৰসৰ্গ বোলা হৈছে। এইবোৰক আকৌ দুটা ভাগত ভগাব পাৰি। কিছুমান পৰসৰ্গ বিশেষ্য বা সৰ্বনাম শব্দৰ পাছত ব্যৱহাৰ হয় আৰু কিছুমান ক্ৰিয়াৰূপৰ পাছত ব্যৱহাৰ হয়। প্ৰথম বিধক বিশেষ্যৰাচক পৰসৰ্গ আৰু দ্বিতীয় বিধক ক্ৰিয়াৰাচক পৰসৰ্গ বুলি ক'ব লাগিব। কোনো কোনোৱে দ্বিতীয় বিধক স্বাৰ্থিক প্ৰত্যয় বুলিও অভিহিত কৰিছে। কিন্তু সেইবোৰ ধাতুৰ পাছত পোণপটীয়াভাৱে যোগ নহয় কাৰণে প্ৰত্যয় বুলি কোৱাটো সমীচীন নহয়। স্বাৰ্থিক প্ৰত্যয় বিশেষ্য শব্দৰ পাছতো ব্যৱহাৰ হ'ব পাৰে। সংস্কৃতত ভ্ৰমৰ ভ্ৰমৰ-ক; কুক্কুট, কুক্কুট-ক আদি শব্দৰ ব্যৱহাৰ আছে। এইবোৰত -কটো স্বাৰ্থিক প্ৰত্যয়। এই প্ৰত্যয় যোগ হোৱাৰ পৰা মূল শব্দটোৰ অৰ্থৰ কোনো পৰিৱৰ্তন ঘটা নাই। অসমীয়াতো এনে উদাহৰণ নোহোৱা নহয়; যেনে, মৃত মৃত-ক। কামৰূপী উপভাষাত মিত্তু, মিত্তু-ক; সিকৃখিত ( শিক্ষিত )



সিকৃখিত-ক ( শিক্ষিতক ) আদি শব্দৰ ব্যৱহাৰ আছে। পুৰণি অসমীয়াতো ইয়াৰ নিদৰ্শন পোৱা যায়; যেনে, দায়ালু-ক ৰাম তুমি বোলয় সংসাৰে ( লৱকুশৰ যুদ্ধ )।

৪৫.২ বিশেষ্যৰাচক পৰসৰ্গবোৰ যোগ হোৱাৰ আগতে কোনো কোনো ক্ষেত্ৰত বিশেষ্য বা সৰ্বনাম শব্দটোৰ পাছত সম্বন্ধপদৰ -ৰ বিভক্তি, কৰ্তাকাৰকৰ -এ বিভক্তি অথবা কৰণকাৰকৰ -ৰে বিভক্তি লগ লাগে; কেতিয়াবা বিশেষ্য বা সৰ্বনাম শব্দটোৰ পাছত কোনো বিভক্তি যোগ নোহোৱাকৈও থাকে তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল।

(১) —ৰৰ পাছত ঃ

নিমিত্ত-এ, নিমিত্তে ঃ তোমাৰ নিমিত্তে।
কাৰন-এ, কাৰনে ( কাৰণে ) ঃ তোমাৰ কাৰণে।
বাব-এ, বাবে ঃ মানুহৰ বাবে।
পিন-এ, পিনে ঃ আকাসৰ ( আকাশৰ ) পিনে।
মত-এ, মতে ঃ মোৰ মতে নচলে।
বাহিৰ-এ, বাহিৰে ঃ মোৰ বাহিৰে কোনোৱে নাজানে।
সম্বন্ধ-এ, সম্বন্ধে ঃ তেওঁৰ সম্বন্ধে।
বিসই-এ, বিসইএ ( বিষয়ে ) ঃ আপোনাৰ বিষয়ে।
হক-এ, হকে ঃ দেসৰ ( দেশৰ ) হকে।
অৰ্থে ঃ ধনৰ অৰ্থে।
দৰে ঃ ম'ধুৰ ( মধুৰ ) দৰে মানুহ।
প্ৰ'তি ( প্ৰতি ) ঃ দুখিআৰ ( দুখীয়াৰ ) প্ৰ'তি ( প্ৰতি )।
নিচিনা ঃ ৰামৰ নিচিনা ৰজা।
দাৰা ( দ্বাৰা ) ঃ তেওঁৰ দাৰা ( দ্বাৰা )।
পৰা ঃ হাতৰ পৰা প'ৰিল ( পৰিল )।
হ'তুআই ( হতুৱাই ) ঃ তেওঁৰ হ'তুআই ( হতুৱাই ) কামটো কৰাম।
লগ্ > লগ-ত, লগত ঃ তাৰ লগত।
ভিতৰ্ > ভিতৰ-ত, ভিতৰত ঃ সিহঁতৰ ভিতৰত সিয়ে ভাল।
মাজ্ > মাজ-ত, মাজত ঃ বনৰ মাজত।
পাচ্ > পাচ-ত, পাচত ( পাছত ) ঃ তাৰ পাচত ( পাছত )।
পিচ্ > পিচ-ত, পিচত ( পিছত ) ঃ তাৰ পিচত ( পিছত )।

ওপৰ্>ওপৰ-ত, ওপৰত : আনৰ ওপৰত।

(২) —এৰ পাছত :

তো : মানুহ্-এ, মানুহে তো ক'বই। সি তো যাবই।

দে'খোন ( দেখোন ) : সিহঁত্-এ, সিহঁতে দে'খোন ( দেখোন ) ভাল পাইছে। সি দে'খোন ( দেখোন ) নাহিল।

দি : বাত্-এ, বাতে ( বাটে ) দি। নাও>নাউ-এ ( নাৱে ) দি।

নো : মানুহ্-এ, মানুহে নো কি ভাবিব ? সি নো কি কয় ?

প'তি ( পতি ) : মানুহ্-এ, মানুহে প'তি ( পতি ), গাই প'তি ( পতি )।

বা : মানুহ্-এ, মানুহে বা কি ভাবে ?

হ'লে : মানুহ্-এ, মানুহে হ'লে ভাল পোৱা নাই, তুমি হ'লে আহিব লাগিব।

(৩) —ৰেৰ পাছত :

সৈতে : ৰাম্>ৰামে-ৰে, ৰামেৰে সৈতে।

সহানুভূতি-ৰে সৈতে ( সহানুভূতিৰে সৈতে )। -এ আৰু -ৰ বিভক্তিৰ পাছতো সৈতেৰ ব্যৱহাৰ দেখা যায় ; যেনে, গছে সৈতে, প্ৰধান মন্ত্ৰীৰ সৈতে।

(৪) —কৰ পাছত :

আদিক'ৱি ( আদিকবি ) : তে'ওঁ-ক ( তেওঁক ) আদিক'বি ( আদিকৱি )।

(৫) বিভক্তি যোগ নোহোৱাকৈ :

বিসই-এ ( বিষয়ে ) : এই বিসইএ ( বিষয়ে )।

নিমিত্তে : এই নিমিত্তে ; সেই নিমিত্তে।

কাৰনে ( কাৰণে ) : সেই কাৰনে ( কাৰণে )।

পিনে : এই পিনে ; সেই পিনে।

বুলি : এই বুলি ; সেই বুলি ; কি বুলি ক'ম।

বাবে : এই বাবে ; সেই বাবে।

মতে : এই মতে ; সেই মতে।

দেখি : সেই দেখি।

দৰে : এই দৰে ; সেই দৰে।

সম্পৰ্কে : এই সম্পৰ্কে।

সম্বন্ধে : এই সম্বন্ধে।

নিচিনা : এই নিচিনা।



অনুজাই ( অনুযায়ী ) : কথা অনুজাই ( অনুযায়ী ) ; এই অনুজাই ( অনুযায়ী )।

অনুস'ৰি ( অনুসৰি ) : কথা অনুস'ৰি ( অনুসৰি ) ; এই অনুস'ৰি ( অনুসৰি )।

পইৰ্জন্ত ( পৰ্যন্ত ) : আজি পইৰ্জন্ত ( পৰ্যন্ত )।

পুৰ্বক ( পূৰ্বক ) : ইচ্চা ( ইচ্ছা ) পুৰ্বক ( পূৰ্বক )।

বিসেসে ( বিশেষে ) : থাই ( ঠাই ) বিসেসে ( বিশেষে )।

নাম্-এ, নামে : দসৰথ ( দশৰথ ) নামে এজন ৰজা আছিল।

হেতু-কে, হেতুকে : সেই হেতুকে।

৪৫.৩ ক্ৰিয়াৰূপৰ পাছত কেতিয়াবা আহ বা জা ( যা ) ধাতুৰ পৰা হোৱা ক্ৰিয়াৰ অসমাপিকা ৰূপ নাইৱা কিছুমান অব্যয় শব্দ পৰসৰ্গৰূপে যোগ দিয়া হয় আৰু তাৰ দ্বাৰা কোনো এটা বিশেষ অৰ্থ প্ৰকাশ হয় নতুৱা কোনো কাৰ্যক জোৰকৈ বুজোৱা হয়। এইবোৰক ক্ৰিয়াবাচক পৰসৰ্গ বোলা হৈছে। ( কোনো কোনোৱে এইবোৰক স্বাৰ্থিক প্ৰত্যয় বুলিছে )। তলত এইবোৰৰ কিছুমান উদাহৰণ দিয়া হ'ল।

(১) হি : আহি পোৱা বুজায় ; যেনে, সি ঘৰ পালে হি।
সি ঘৰ পাব হি।
হি<আহ্+ই>আহি।

(২) গৈ : গৈ পোৱা বুজায় ; যেনে, সি ঘৰ পালে গৈ।
সি ঘৰ পাব গৈ।
গৈ<জা ( যা )>গ'+ই।

(৩) চোন : মৃদু অনুৰোধ নাইৱা আশাৰ বিপৰীত বুজায় ; যেনে, আহিবা চোন। পালে চোন।

(৪) দেই : মৃদু অনুৰোধ বুজায় ; যেনে, আহিবা দেই।

(৫) দে'খোন ( দেখোন ) : আশাৰ বিপৰীত বুজায় ; যেনে, আহিল দে'খোন ( দেখোন )। নাহিল দে'খোন ( দেখোন )।

(৬) বুলি : গুৰুত্বসূচক ভাৱ প্ৰকাশ কৰে ; যেনে, সি আহিব বুলি শুনিছোঁ।

(৭) পাই : অলপ জোৰ বুজায় ; যেনে, নাজানো পাই।

(৮) চাগৈ, হবলা, নো, নেকি, জানো ঃ অনিশ্চয়তা সম্ভাৱনা, সন্দেহ আদি বুজায়; যেনে, সি যাব চাগৈ। যি যাব হবলা। প'হিলে ( পঢ়িলে ) নো কি হ'ব। সি যাব নেকি? সি যাব জানো।

(৯) তো ঃ নিশ্চয়কৈ বুজাবলৈ ব্যৱহাৰ হয়; যেনে, হুনিচোঁ ( শুনিছোঁ ) তো। কৈচে ( কৈছে ) তো।

(১০) নে ঃ প্ৰশ্ন সোধাত ব্যৱহাৰ হয়; যেনে, তুমি যাবা নে?

(১১) হই ( হয় ) ঃ সন্দেহ অৰ্থত ব্যৱহাৰ হয়; যেনে, যত্ন কৰিছোঁ হই ( হয় ), ঈশ্বৰেহে জানে।

(১২) ইক ঃ ইচ্ছা বা অনুবোধ অৰ্থত ব্যৱহাৰ হয়; যেনে, জাওঁ ( যাওঁ ) ইক। জাবা ( যাবা ) ইক।

(১৩) হেঁ'তেন ( হেঁতেন ) ঃ চৰ্ত-সাপেক্ষতা বুজাবলৈ ব্যৱহাৰ হয়; যেনে, চিঠি পালে গলোঁ হেঁ'তেন ( হেঁতেন )।

**৪৬ বিৱিধ বিষয়ক অব্যয় ঃ**

(ক) **যোজক অব্যয় ঃ** যিবোৰ অব্যয় শব্দই দুটা শব্দ বা দুটা বাক্যৰ মাজত থাকি সেই শব্দ দুটাৰ বা বাক্য দুটাৰ ইটোৰে সৈতে সিটোৰ সম্বন্ধ প্ৰকাশ কৰে, সেইবোৰ যোজক অব্যয়।

উদাহৰণ ঃ আৰু, অথচ, কিন্তু, বৰঙ ( বৰং ), জে'নে ( যেনে ), এ'তেকে ( এতেকে ), তে'ন্তে ( তেন্তে ), তে'নেহ'লে ( তেনেহ'লে ), গ'তিকে ( গতিকে )।

(খ) **পৃথকবোধক অব্যয় ঃ** দুটা শব্দ বা দুটা বাক্যৰ মাজত থাকি শব্দ দুটাক বা বাক্য দুটাক ভিন্নকৈ বুজাবলৈ ব্যৱহাৰ হোৱা অব্যয় পৃথকবোধক।

উদাহৰণ ঃ বা, নাইবা ( নাইৱা ), অথবা ( অথৱা ), ন'তুবা ( নতুৱা ), তথাপি, তে'ও ( তেও ), ন'হ'লে ( নহ'লে )।

(গ) **সন্দেহবোধক অব্যয় ঃ** অনিশ্চয়তা ভাৱ-প্ৰকাশক অব্যয়বোৰক সন্দেহবোধক অব্যয় বোলা হৈছে।

উদাহৰণ ঃ জ'দি ( যদি ), কিজানি, জানোচা।



(ঘ) **ভাৱবোধক অব্যয় ঃ** যিবোৰ অব্যয় শব্দই সুখ, দুখ, বেজাৰ, লাজ, ভয়, ঘিণ, আশ্চৰ্য আদি ভাৱ প্ৰকাশ কৰে সেইবোৰ ভাৱবোধক অব্যয়।

উদাহৰণ ঃ অ', অহ, অহহ, আহ ( আঃ কি সুন্দৰ দৃশ্য ), উস ( উঃ ), ইচ, আও, আই ঐ, আই ঐ দেহি, চিহ ( ছিঃ ), চি চি ( ছি ছি ), হ'ৰি হ'ৰি ( হৰি হৰি ), হাই ( হায় ), হাই হাই ( হায় হায় ), ৰাম ৰাম।

(ঙ) **সম্বোধনবোধক অব্যয় ঃ** কোনো লোকক মাতোঁতে ব্যৱহাৰ হোৱা অব্যয়বোৰ হ'ল সম্বোধনবোধক অব্যয়; যেনে, অ', এ, ঐ, ঔ, হে ( দ্ৰষ্টব্য ঃ পৰি. ১৮.১ )।

(চ) **সন্নিধানবোধক অব্যয় ঃ** আন মানুহৰ কথা বা আচৰণৰ উত্তৰ স্বৰূপে ব্যৱহাৰ হোৱা অব্যয়ৰ নাম সন্নিধানবোধক অব্যয়।

উদাহৰণ ঃ ওঁ, এ'ৰা ( এৰা ), ওঁহ, ওঁহো, হই ( হয় ), হৈচে ( হৈছে ), বাৰু, ভাল। মান্যৱন্ত লোকে সোধা প্ৰশ্নৰ উত্তৰত হই ( হয় ) ব্যৱহাৰ হয়। বাৰু আৰু ভাল এই অব্যয় দুটাৰ ভিতৰত বাৰু সাধাৰণ বা সমনীয়া মানুহৰ অনুবোধৰ উত্তৰত আৰু ভাল মান্যৱন্ত মানুহৰ অনুবোধৰ উত্তৰত ব্যৱহাৰ কৰা হয়।

**৪৭ জোৰবুজোৱা ৰূপ ঃ** কেতিয়াবা বিশেষভাৱে বা জোৰকৈ বুজাবলৈ হ'লে বিশেষ্য, বিশেষণ, সৰ্বনাম, শব্দ-বিভক্তি, পৰসৰ্গ, ক্ৰিয়া, ক্ৰিয়া-বিশেষণ, সংখ্যাৱাচক শব্দ, নিৰ্দিষ্টতাৱাচক প্ৰত্যয় আৰু অনিৰ্দিষ্টতাৱাচক প্ৰত্যয়ৰ পাছতো কিছুমান যুক্তৰূপ ব্যৱহাৰ হয়। এই যুক্তৰূপবোৰক জোৰবুজোৱা ৰূপ বোলা হৈছে। এইবোৰক আকৌ দুভাগত ভগাব পাৰি ঃ (ক) ওপৰঞ্চি ভাৱত ব্যৱহাৰ হোৱা আৰু (খ) ডাঠি কোৱা ভাৱত ব্যৱহাৰ হোৱা। ওপৰঞ্চি ভাৱত ব্যৱহাৰ হোৱা যুক্তৰূপ হ'ল -ও। ডাঠি কোৱা ভাৱত ব্যৱহাৰ হোৱা যুক্তৰূপ -এ, -এই>-এই, -হে আৰু -কে। -এতকৈ -এই ৰূপটোৱে বেছি জোৰ বুজায়। অকাৰান্ত আৰু আকাৰান্ত শব্দৰ পাছত -এ> -ই। -কেৰ ব্যৱহাৰ কম। পৰসৰ্গৰ পাছতহে ইয়াৰ ব্যৱহাৰ দেখা যায়। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল।

(ক) **ওপৰঞ্চি ভাৱত ঃ**

(১) বিশেষ্য ঃ ল'ৰা-ও, ল'ৰাও।
গাধ-ও, গাধও।

পাৰ-ও, পাৰও।
পুথি-ও, পুথিও।
পিত্‌ৰি-ও, পিত্‌ৰিও ( পিতৃও )।
ব'ন্ধু-ও, ব'ন্ধুও ( বন্ধুও )।
মানুহ্‌-ও, মানুহো।
গাউ ( গাওঁ )-ও, গাউও ( গাৱোঁ )।
নাউ ( নাও )-ও, নাউও ( নাৱো )।

(২) বিশেষণ : ভাল্‌-ও, ভালো।
স'ক্ক-ও, স'কও ( সকও )।

(৩) সৰ্বনাম : মই-ও, মইও ( ময়ো )।
সি-ও, সিও।
তই-ও, তইও ( তয়ো )।
তুমি-ও, তুমিও।
তে'উঁ ( তেওঁ )-ও, তে'উঁও ( তেৱোঁ )।

(৪) শব্দ-বিভক্তি : তোমাৰ্‌-ও, তোমাৰো।
ঘৰলৈ-ও, ঘৰলৈও।

(৫) পৰসৰ্গ : ৰামৰ হ'তুআই-ও, ৰামৰ হ'তুআইও ( হতুৱায়ো )।
ৰামৰ পৰা-ও, ৰামৰ পৰাও।

(৬) ক্ৰিয়া : খাউ ( খাওঁ )-ও, খাউঁও ( খাৱোঁ )।
খালে-ও, খালেও।
ক'ৰিব-ও, ক'ৰিবও ( কৰিবও )।

(৭) ক্ৰিয়া-বিশেষণ : আজি-ও, আজিও।
তে'নেকৈ-ও, তে'নেকৈও ( তেনেকৈও )।

(৮) সংখ্যাৱাচক শব্দ : এ'ক্‌-ও, এ'কো ( একো )।
দুই-ও, দুইও ( দুয়ো )।
দহ-ও, দহো।

(৯) নিৰ্দিষ্টতাৱাচক প্ৰত্যয় : কিতাপখন্‌-ও, কিতাপখনো।
মানুহজন্‌-ও, মানুহজনো।



(১০) অনিৰ্দিষ্টতাৱাচক প্ৰত্যয় : দুমাহমান্‌-ও, দুমাহমানো।
মানুহকেইজনমান্‌-ও,
মানুহকেইজনমানো।
মানুহকেইজনমানে-ও,
মানুহকেইজনমানেও।

## (খ) ডাঠি কোৱা ভাৰত :

(১) বিশেষ্য : তকা ( টকা )-ই, তকাই ( টকাই ) নাই।
তকা ( টকা )-হে, তকাহে ( টকাহে ) লাগে।
কাচ ( কাছ )-ই, কাচই ( কাছই ) ভাল।
কাচ ( কাছ )-হে, কাচহে ( কাছহে ) ভাল।
ব'স্তু ( বস্তু )-এ, ব'স্তুএ ( বস্তুৱে ) নাই।
ব'স্তু ( বস্তু )-এ-ই, ব'স্তুএই ( বস্তুৱেই ) নাই।
ব'স্তু ( বস্তু )-হে, ব'স্তুহে ( বস্তুহে ) লাগে।

(২) বিশেষণ : স'ক্ক-এ, স'কএ ( সকৱে ) ভাল।
স'ক্ক-এ-ই, স'কএই ( সকৱেই ) ভাল।
স'ক্ক-হে, স'ক্কহে ( সকহে ) ভাল।

(৩) সৰ্বনাম : মই-এ, মইএ ( ময়ে ) ক'লোঁ।
মই-এ-ই, মইএই ( ময়েই ) ক'লোঁ।
মই-হে, মইহে ক'লোঁ।

(৪) শব্দ-বিভক্তি : ঘৰলৈ-এ, ঘৰলৈএ ( ঘৰলৈয়ে )।
ঘৰলৈ-হে, ঘৰলৈহে।
ঘৰলৈ-কে, ঘৰলৈকে।
কাইলৈ-কে, কাইলৈকে।
তোমাৰ-এ, তোমাৰে নাই।
তোমাৰ্‌-এ-ই, তোমাৰেই নাই।
তোমাৰ্‌-হে, তোমাৰহে নাই।

(৫) পৰসৰ্গ : তাৰ দাৰা-ই, তাৰ দাৰাই ( দ্বাৰাই )।
তাৰ দাৰা-হে, তাৰ দাৰাহে ( দ্বাৰাহে )।
তোমাৰ পৰা-হে, তোমাৰ পৰাহে।

(৬) ক্ৰিয়া: খালোঁ-এ, খালোঁএ ( খালোঁৱে )।
খালোঁ-এ-ই, খালোঁএই ( খালোঁৱেই )।
খালোঁ-হে, খালোঁহে।

(৭) ক্ৰিয়া-বিশেষণ: আজি-এ, আজিএ ( আজিয়ে )।
আজি-এ-ই, আজিএই ( আজিয়েই )।
আজি-হে, আজিহে।

(৮) সংখ্যাবাচক শব্দ: তিনি-এ, তিনিএ ( তিনিয়ে ) বাজিল।
তিনি-এ-ই, তিনিএই ( তিনিয়েই ) বাজিল।
তিনি-হে, তিনিহে বাজিল।

(৯) নির্দিষ্টতাবাচক প্ৰত্যয়: কিতাপখন্-এ, কিতাপখনে।
কিতাপখন্-এ-ই, কিতাপখনেই।
কিতাপখন্-হে, কিতাপখনহে।

(১০) অনির্দিষ্টতাবাচক প্ৰত্যয়: ছুমাহমান্-এ, ছুমাহমানে হ'ল।
ছুমাহমান্-এ-ই, ছুমাহমানেই হ'ল।
ছুমাহমান্-হে, ছুমাহমানহে হ'ল।

৪৭.১ কেতিয়াবা ক্ৰিয়াৰূপ এটা ছুবাৰ ব্যৱহাৰ কৰি প্ৰথম বাৰৰ ৰূপটোৰ লগত জোৰ বুজোৱা প্ৰত্যয়বোৰ যোগ দিও জোৰ বুজোৱা কাৰ্যৰ গাঢ়তা প্ৰকাশ কৰা হয়; যেনে, সি খাব-ই খাব; মই ( খাম্-এ-ই ) খামেই খাম; কথাটো স্থনো-হে স্থনো ( শুনো হে শুনো )।

৪৮ **পুনৰুক্তি:** কেতিয়াবা সমগ্ৰতা, অবিচ্ছিন্নতা, বাৰম্বাৰতাৰ অৰ্থত নাইবা গভীৰতা প্ৰকাশৰ হেতুকে কোনো যুক্ত বা মুক্তৰূপক ছুবাৰকৈ ব্যৱহাৰ কৰা হয়। ইয়াৰ নাম পুনৰুক্তি। তলত কিছুমান পুনৰুক্তিৰ উদাহৰণ দিয়া হ'ল।

(ক) বিশেষ্য: ঘৰ্-এ ঘৰ্-এ, ঘৰে ঘৰে।
জাক্-এ জাক্-এ, জাকে জাকে।
মুখ্-এ মুখ্-এ, মুখে মুখে।

(খ) বিশেষণ: ভাল ভাল কাপোৰ।
পকা পকা চাই।

(গ) সৰ্বনাম: কি কি।
কোন কোন।
কাক কাক।



(ঘ) সংখ্যাবাচক শব্দ: স স ( শ শ )
সই সই ( শই শই )
হাজাৰ হাজাৰ।
হাজাৰে হাজাৰে।
ছুতা ছুতাকৈ ( ছুটা ছুটাকৈ )।

(ঙ) ক্ৰিয়াৰ অসমাপিকা ৰূপ: কৈ কৈ।
স্থনি স্থনি ( শুনি শুনি )।

(চ) বৰ্তমানকালিক কৃদন্ত: চাওঁতে চাওঁতে।
স্থনোতে স্থনোতে ( শুনোতে শুনোতে )।

(ছ) ক্ৰিয়া-বিশেষণ: মাহে মাহে।
বচৰে বচৰে ( বছৰে বছৰে )।

# তিনি

**৪৯ শব্দ-গঠন :** শব্দ আৰু ধাতুৰ পাছত বিৱিধ প্ৰত্যয় যোগ f কিছুমান নতুন শব্দ সজাব পাৰি। এই প্ৰণালীটোক দুটা ভাগত ভাগ কৰ হৈছে। তাৰ এটাত ধাতুৰ পাছত ভিন ভিন প্ৰত্যয় যোগ দিয়া হয়। এই ভা হ'ল কৃৎ প্ৰকৰণ আৰু তেনেকুৱা প্ৰত্যয়বোৰ হ'ল কৃৎ প্ৰত্যয়। শব্দৰ পাছ ভিন ভিন প্ৰত্যয় যোগ দিয়া ভাগক তদ্ধিত প্ৰকৰণ আৰু তেনেকুৱা প্ৰত্যয়বোৰ তদ্ধিত প্ৰত্যয় বোলে। প্ৰথম বিধক মুখ্য প্ৰত্যয় আৰু দ্বিতীয় বিধক গৌ প্ৰত্যয় বুলিও কোৱা হয়। মুখ্য বা কৃৎ প্ৰত্যয়বোৰ ধাতুৰ পাছত যোগ f কিছুমান বিশেষ্য আৰু বিশেষণ শব্দ সজোৱা হয়। গৌণ বা তদ্ধিত প্ৰত্যয়বো বিশেষ্য শব্দৰ পাছত যোগ দি নতুন বিশেষ্য শব্দ সৃষ্টি কৰিব পাৰি নাইবা বিশে শব্দৰ পৰা বিশেষণ শব্দ সজাব পাৰি নতুৱা বিশেষণ শব্দৰ পৰা অমূৰ্ত ভা প্ৰকাশক বিশেষ্য শব্দ পাব পাৰি অথবা বিশেষণ শব্দৰ পৰা বিশেষণ শব্দ উৎপ কৰাব পাৰি। শব্দৰ আগত কিছুমান ধ্বনি বা ধ্বনি-সংযোগ লগ লগা কিছুমান নতুন শব্দ পাব পাৰি। এনে ধ্বনি বা ধ্বনি-সংযোগক উপসৰ্গ বোল হয়। অসমীয়াত উপসৰ্গৰ সংখ্যা বেছি নহয়। তলত প্ৰত্যেকৰে আলোচন দিয়া হ'ল।

**৫০ কৃৎ-প্ৰত্যয় :**

(১) —অ'তি : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
বো-অ'তি, বোঅ'তি ( বোৱতী ) মাটি।
সিঁচৰ্-অ'তি, সিঁচৰ'তি ( সিঁচৰতি )।

(২) —অ'তিআ : বিশেষণ শব্দ সজা হয় ; যেনে,
সাঁচ্-অ'তিআ, সাঁচ'তিআ ( সাঁচতীয়া )।

(৩) —অ'তিআল : বিশেষণ শব্দ সজা হয় ; যেনে,
লাগ্-অ'তিআল, লাগ'তিআল ( লাগতিয়াল )।

(৪) —অন : বিশেষ্য শব্দ সজা হয় ; যেনে,
খা-অন, খাঅন ( খাৱন )।
সো-অন, সোঅন ( শোৱন )।
ফুৰ্-অন, ফুৰন ( ফুৰণ )।
পিন্ধ-অন, পিন্ধন।



বান্ধ্-অন, বান্ধন।
বাৰ্হ্-অন, বাৰ্হন ( বাঢ়ন )।
ভাগ্-অন, ভাগন।
উৰ্-অন, উৰন ( উৰণ )।
বুৰ্-অন, বুৰন ( বুৰণ )।
মাৰ্-অন, মাৰন ( মাৰণ )।
নাচ্-অন, নাচন।
লাগ্-অন, লাগন।
কাত্-অন, কাতন ( কাটন )।
অন<সং. অন।

(৫) —অনা : বিশেষ্য শব্দ সজা হয় ; যেনে,
বাজ্-অনা, বাজনা।
বিন্ধ্-অনা, বিন্ধনা।
খুন্দ্-অনা, খুন্দনা।
জাপ্>জপ্-অনা, জপনা।
অনা<সং, অন+আ<আক।

(৬) —অনি : বিশেষ্য শব্দ সজা হয় ; যেনে,
পাত্-অনি, পাতনি।
মথ্-অনি, মথনি।
কাৰ্হ্-অনি, কাৰ্হনি ( কাঢ়নি )।
বো-অনি, বোঅনি ( বোৱনী )।
দা-অনি, দাঅনি ( দাৱনী )।
জিৰা>জিৰ্-অনি, জিৰনি ( জিৰণি )।
গচক্-অনি, গচকনি।
নাত্-অনি, নাতনি ( নাটনি )।
বান্ধ্-অনি, বান্ধনি।
উজা>উজ্-অনি, উজনি।
নাম্-অনি, নামনি।
বুজ্-অনি, বুজনি।
বাচ্-অনি, বাচনি ( বাছনি )।

সুকা>সুক্ -অনি, সুকনি ( শুকনি )।
গৰ্হ্ -অনি, গৰ্হনি ( গঢ়নি )।
সিক্ -অনি, সিকনি ( শিকনি )।
পক্ -অনি, পকনি।
জান্ -অনি, জাননি ( জাননি, জাননী )।
ধাক্ -অনি, ধাকনি ( ঢাকনি )।
ভৱ্ -অনি, ভৱনি ( ভৱণি )।
বিচ্ -অনি, বিচনি।
অনি<সং. অন+ইক।

(৭) —অনিআ : বিশেষণ শব্দ সজা হয় ; যেনে,
সাঁচ্ -অনিআ, সাঁচনিআ ( সাঁচনীয়া )।
জিৱা>জিৱ্ -অনিআ, জিৱনিআ ( জিৱণীয়া )।
মাগ্>মগ্ -অনিআ, মগনিআ ( মগনীয়া )।
খোজ্ -অনিআ, খোজনিআ ( খোজনীয়া )।

(৮) —অনিআৰ : বিশেষণ শব্দ সজা হয় ; যেনে,
দে'খ্ -অনিআৰ, দে'খনিআৰ ( দেখনিয়াৰ )।
মাগ্>মগ্ -অনিআৰ, মগনিআৰ ( মগনিয়াৰ )।

(৯) —অ'ৱিআ : বিশেষ্য শব্দ সজোৱা হয় ; যেনে,
খা -অ'ৱিআ, খাঅ'ৱিআ ( খাৱৱীয়া )।
পলা>পল্ -অ'ৱিআ, পল'ৱিআ ( পলৱীয়া )।

(১০) —আৰু : বিশেষ্য শব্দ সজা হয় ; যেনে,
লে'খ্ -আৰু, লে'খাৰু ( লেখাৰু )।
সিক্ -আৰু, সিকাৰু ( শিকাৰু )।
জুঁজ্ -আৰু, জুঁজাৰু ( যুঁজাৰু )।
আৰু<সং. আৰু+উক।

(১১) —আল : বিশেষ্য শব্দ সজা হয় ; যেনে,
সব্ -আল, সবাল ( হাঁহিনীজনীয়ে পাখি সবাল দিছে। অৰ্থাৎ তাইৰ পাখি সৰিবলৈ ধৰিছে )।



(১২) —ই : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
মাৰ্ -ই, মাৰি ( মাৰিডাল )।
মৰ্ -ই, মৰি>মৰী ( ম'ৰ কলং )।
উথ্ -ই, উথি ( উঠি ৰজা )।
বহ্ -ই, বহি>ব'হি ( বহি ৰজা )।
হাঁহ্ -ই, হাঁহি।

(১৩) —ইআ : বিশেষ্য শব্দ সজা হয় ; যেনে,
কাত্>কত্ -ইআ, কতিআ>ক'তিআ ( কটীয়া, তু. খৰিকটীয়া )।
মাৰ্>মৰ্ -ইআ, মৰিআ>ম'ৰিআ ( মৰীয়া, তু. পহুমৰীয়া )।
ৰাখ্>ৰখ্ -ইআ, ৰখিআ>ৰ'খিয়া ( ৰখীয়া, গৰখীয়া )।

(১৪) —উঐ : বিশেষ্য শব্দ সজা হয় ; যেনে,
পৰ্হ্ -উঐ, পৰ্হুঐ>প'ৰ্হুঐ ( পঢ়ুৱৈ )।

(১৫) —উক : বিশেষণ শব্দ সজা হয় ; যেনে,
মাৰ্ -উক, মাৰুক।
উক<সং. উক।

(১৬) —উকা : বিশেষণ শব্দ সজা হয় ; যেনে,
বহ্ -উকা, বহুকা>ব'হুকা ( বহুকা ল'ৰা )।
উকা<সং. উক+আ।

(১৭) —উৱা : বিশেষণ শব্দ সজা হয় ; যেনে,
কান্দ্-উৱা, কান্দুৱা।
কাহ্-উৱা, কাহুৱা।
উৱা<সং. উৱ+আ।

(১৮) —তি : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
খ'জুআ>খ'জুঅ-তি, খ'জুঅতি>খ'জুঅ'তি ( খজুৱতি )।
খিৰা>খিৰ-তি, খিৰতি>খিৰ'তি ( ক্ষীৰতী )।

(১৯) —নি : বিশেষ্য শব্দ সজা হয় ; যেনে,
তিআ>তিঅ-নি, তিঅনি ( তিয়নি )।

**৫১ তদ্ধিত প্ৰত্যয় ঃ**

(১) —অক ঃ বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
খেতি-অক, খেতিঅক ( খেতিয়ক )।
ফন্দি-অক, ফন্দিঅক ( ফন্দিয়ক )।
বুধি-অক, বুধিঅক ( বুধিয়ক )।
অক < সং. অক।

(২) —অনি ঃ বিশেষ্য শব্দ সজা হয় ; যেনে,
ধান-অনি, ধাননি।
বন-অনি, বননি।
ফুল-অনি, ফুলনি।
দল-অনি, দলনি।
চুআপাত-অনি, চুআপাতনি ( চুৱাপাতনি )।
নাহৰ-অনি, নাহৰনি ( নাহৰণি )।
মাহ-অনি, মাহনি।
উলু-অনি, উলুঅনি ( উলুৱনি )।
কাথ-অনি, কাথনি ( কাঠনি )।
প'হুম-অনি, প'হুমনি ( পহুমনি )।
অনি < সং. ৱনিকা।

(৩) —অনিআ ঃ বিশেষণ শব্দ সজা হয় ; যেনে,
আঁথু-অনিআ, আঁথুঅনিআ ( আঁঠুৱনীয়া )।

(৪) —অ'তি ঃ বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
বাপ-অ'তি, বাপ'তি ( বাপতী )।
নাম-অ'তি, নাম'তি ( নামতী )।
ফুল-অ'তি, ফুল'তি ( ফুলতী )।
লাহ-অ'তি, লাহ'তি ( লাহতী )।
আগল-অ'তি, আগল'তি ( আগলতী )।

(৫) —অ'তিআ ঃ বিশেষণ শব্দ সজা হয় ; যেনে,
আগ-অ'তিআ, আগ'তিআ ( আগতীয়া )।
সে'হ-অ'তিআ, সে'হ'তিআ ( শেহতীয়া )।
তল-অ'তিআ, তল'তিআ ( তলতীয়া )।



বাপ-অ'তিআ, বাপ'তিআ ( বাপতীয়া )।

(৬) —অ'চিআ ঃ বিশেষণ শব্দ সজা হয় ; যেনে,
ঘৰ -অ'চিআ, ঘৰ'চিআ ( ঘৰচীয়া )।

(৭) —অ'ৰি ঃ বিশেষ্য শব্দ সজা হয় ; যেনে,
ভাল-অ'ৰি, ভাল'ৰি ( ভালৰি )।
লগ-অ'ৰি, লগ'ৰি ( লগৰী )।
অ'ৰি < সং. -কৰ,*—কৰিক।

(৮) —অ'ৰিআ ঃ বিশেষ্য শব্দ সজা হয় ; যেনে,
নাউ-অ'ৰিআ, নাউঅ'ৰিআ ( নাৱৰীয়া )।
ভাউ-অ'ৰিআ, ভাউঅ'ৰিআ ( ভাৱৰীয়া )।
বন-অ'ৰিআ, বন'ৰিআ ( বনৰীয়া )।

(৯) —অ'কআ ঃ বিশেষ্য শব্দ সজা হয় ; যেনে,
বাত-অ'কআ, বাত'কআ ( বাটকুৱা )।
হাত-অ'কআ, হাত'কআ ( হাটকুৱা )।
আধা > আধ্-অ'কআ, আধ'কআ ( আধকুৱা )।

(১০) —অল ঃ বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
আগ-অল, আগল।
দিঘ-অল, দিঘল ( দীঘল )।

(১১) —অ'লি ঃ বিশেষ্য শব্দ সজা হয় ; যেনে,
আগ-অ'লি, আগ'লি ( আগলি )।

(১২) —অ'লিআ ঃ বিশেষণ শব্দ সজা হয় ; যেনে,
গাউ-অ'লিআ, গাউঅ'লিআ ( গাৱঁলীয়া )।
মিচা > মিচ্-অ'লিআ, মিচ'লিআ ( মিছলীয়া )।
মাজ > মজ্-অ'লিআ, মজ'লিআ ( মজলীয়া )।

(১৩) —অহ ঃ বিশেষণ শব্দ সজা হয় ; যেনে,
ৰূপ-অহ, ৰূপহ ( ৰূপহ )।

(১৪) —আ ঃ বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
পানি > পনি-আ, পনিআ ( পনীয়া )।
গাউ > গই-আ, গইআ ( গঞা )।
ফাঁপৰ > ফঁপৰ্-আ, ফঁপৰা।

গুআহাতি>গুআহতি-আ, গুআহ'তিআ ( গুৱাহটীয়া )।
ৰঙ-আ, ৰঙা।
গচ-আ, গচা ( গছা )।
আ<সং. আক।

(১৫) —আই : বিশেষ্য শব্দ সজা হয় ; যেনে,
বৰ-আই, বৰাই।
মুনিহ>মুনিস্-আই, মুনিসাই ( মুনিষাই )।
আই<সং. -তাতি>-তাই।

(১৬) —আক : বিশেষ্য শব্দ সজা হয় ; যেনে,
জোন-আক, জোনাক।

(১৭) —আঙ : বিশেষণ শব্দ সজা হয় ; যেনে,
থিৰ-আঙ, থিৰাঙ ( থিৰাং )।
থৰ-আঙ, থৰাঙ ( থৰাং )।
তৰ-আঙ, তৰাঙ ( তৰাং )।
চোৰ-আঙ, চোৰাঙ ( চোৰাং )

(১৮) —আম : বিশেষণ শব্দ সজা হয় ; যেনে,
ফুল-আম, ফুলাম।
সাত-আম, সাতাম।

(১৯) —আমি : বিশেষ্য শব্দ সজা হয় ; যেনে,
থগ-আমি, থগামি ( ঠগামি )।
ভন্দ>ভন্দ্-আমি, ভন্দামি ( ভণ্ডামি )।
মুৰ্খ>মুৰ্খ্-আমি, মুৰ্খামি ( মুৰ্খামি )।

(২০) —আৰ : বিশেষ্য শব্দ সজা হয় ; যেনে,
কঁাহ>কঁহ্-আৰ, কঁহাৰ।
আৰ<সং. কাৰ।

(২১) —আৰি : বিশেষ্য শব্দ সজা হয় ; যেনে,
সোন-আৰি, সোনাৰি ( সোণাৰী )।
পুজা>পুজ্-আৰি, পুজাৰি ( পূজাৰী )।
জুআ>জু-আৰি, জুআৰি ( জুৱাৰী )।
আৰি<সং. কাৰিক।



(২২) —আল : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
মুখ-আল, মুখাল।
নে'জ-আল, নে'জাল ( নেজাল )।
নোম-আল, নোমাল।
মঙহ-আল, মঙহাল।
পে'ত-আল, পে'তাল ( পেটাল )।
জোঙ-আল, জোঙাল।
চাপ'ৰি-আল, চাপ'ৰিআল ( চাপৰিয়াল )।
গুৰি-আল, গুৰিআল ( গুৰিয়াল )।

(২৩) —আলি : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
তে'ঙৰ-আলি, তে'ঙৰালি ( টেঙৰালি )।
চ'তুৰ-আলি, চ'তুৰালি ( চতুৰালি )।
পুকস-আলি, পুকসালি ( পুকৰালি )।
জোন-আলি, জোনালি ( জোনালী )।
সোন-আলি, সোনালি ( সোণালী )।
ল'ৰা>ল'ৰ্-আলি, ল'ৰালি।
অজলা>অজল্-আলি, অজলালি।
ঘতক-আলি, ঘতকালি ( ঘটকালি )।
ৰূপ-আলি, ৰূপালি ( ৰূপালী )।
ৰঙ-আলি, ৰঙালি ( ৰঙালী )।
ভোগ-আলি, ভোগালি ( ভোগালী )।
বে'জ-আলি, বে'জালি ( বেজালি )।
ওজা>ওজ্-আলি, ওজালি।
ব'লিআ>ব'লি-আলি, ব'লিআলি ( বলিয়ালি )।
মইমত-আলি, মইমতালি।
সোৰোপা>সোৰোপ-আলি, সোৰোপালি।

(২৪) —আহ : বিশেষ্য শব্দ সজা হয় ; যেনে,
চল-আহ, চলাহ ( ছলাহ )।

(২৫) —ই : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
বাঁহ-ই, বাঁহি ( বাঁহী )।

তাম-ই, তামি ( তামী )।
কাঁহ-ই, কাঁহি ( কাঁহী )।
কপাহ-ই, কপাহি ( কপাহী )।
ধন-ই, ধনি ( ধনী )।
সুখ-ই, সুখি ( সুখী )।
দুখ-ই, দুখি ( দুখী )।
মান-ই, মানি ( মানী )।
দান-ই, দানি ( দানী )।
মৌজাদাৰ-ই, মৌজাদাৰি ( মৌজাদাৰী )।
জাপান-ই, জাপানি ( জাপানী )।
নে'পাল-ই, নে'পালি ( নেপালী )।
কাবুল-ই, কাবুলি ( কাবুলী )।
হিন্দুচ্থান-ই, হিন্দুচ্থানি ( হিন্দুস্থানী )।
জোনাক-ই, জোনাকি ( জোনাকী )।
কঙাল-ই, কঙালি ( কঙালী )।
দিঘল-ই, দিঘলি ( দীঘলী )।
তে'ল-ই, তে'লি>তেলি ( তেলী )।
ভাব-ই, ভাবি ( ভাবী )।
দুআৰ>দুঅৰ্-ই, দুঅৰি>দুঅ'ৰি ( দুৱৰী )।
ভাগৱত-ই, ভাগৱতি>ভাগৱ'তি ( ভাগৱতী )।
কামৰূপ-ই, কামৰূপি ( কামৰূপী )।
আগল-ই, আগলি>আগ'লি ( আগলি )।
ভঁৰাল-ই, ভঁৰালি ( ভঁৰালী )।
কথক-ই, কথকি>কথ'কি ( কথকী )।

(২৬) —ইআ : বিশেষণ শব্দ সজা হয় ; যেনে,
নাল>নল্-ইআ, নলিআ>ন'লিআ ( নলীয়া )।
সমান>সমন্-ইআ, সমনিআ ( সমনীয়া )।
ধোল-ইআ, ধোলিআ>ধুলিআ ( ধুলীয়া )।
খোল-ইআ, খোলিআ>খুলিআ ( খুলীয়া )।
তে'ল-ইআ, তে'লিআ>তেলিআ ( তেলীয়া )।



নোমল>নুমল্-ইআ, নুমলিআ>নুম'লিআ ( নুমলীয়া )।
লোন-ইআ, লোনিআ>লুনিআ ( লুণীয়া )।
জোৰ-ইআ, জোৰিআ>জুৰিআ ( যুৰীয়া )।
মাহ>মহ্-ইআ, মহিআ>ম'হিআ ( মহীয়া )।
সোমবাৰ>সোমবৰ্-ইআ, সোমবৰিআ>
সোমব'ৰিআ ( সোমবৰীয়া )।
দে'ওবাৰ>দে'ওবৰ্-ইআ, দে'ওবৰিআ>
দে'ওব'ৰিআ ( দেওবৰীয়া )।
এ'ঘৰ-ইআ, এ'ঘৰিআ>এ'ঘ'ৰিআ
( এঘৰীয়া )।
ৰবকথা>ববকথ্-ইআ, ববকথিআ>
বৰক'থিআ ( বৰকথীয়া )।
চিৰকাল>চিৰকল্-ইআ, চিৰকলিআ>
চিৰক'লিআ ( চিৰকলীয়া )।
দহজন-ইআ, দহজনিআ ( দহজনীয়া )।
বচৰ-ইআ, বচৰিআ>বচ'ৰিআ ( বছৰীয়া )।
বচৰেক-ইআ, বচৰেকিআ ( বছৰেকীয়া )।
কুল-ইআ, কুলিআ ( কুলীয়া )।
ফাল>ফল্-ইআ, ফলিআ>ফ'লিআ ( ফলীয়া )।
দিঘল-ইআ, দিঘলিআ>দিঘ'লিআ ( দীঘলীয়া )।

(২৭) —ইআল : বিশেষণ শব্দ সজা হয় ; যেনে,
মৰম-ইআল, মৰমিআল ( মৰমিয়াল )।
সাহ-ইআল, সাহিআল ( সাহিয়াল )।
ৰঙ-ইআল, ৰঙিআল ( ৰঙিয়াল )।

(২৮) —ইন : বিশেষণ শব্দ সজা হয় ; যেনে,
ৰঙ-ইন, ৰঙিন ( ৰঙীণ )।

(২৯) —ইলা : বিশেষণ শব্দ সজা হয় ; যেনে,
কাম-ইলা, কামিলা।

(৩০) —ইলি : ক্রিয়া-বিশেষণ শব্দ সজা হয় ; যেনে,
মাহ-ইলি, মাহিলি ( তু. মাহিলি পায় )।

(৩১) —উ : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
মাজ-উ, মাজু।
বাপ-উ, বাপু।

(৩২) —উআ : বিশেষ্য আৰু বিশেষণ শব্দ সজা হয় ; যেনে,
বন-উআ, বনুআ ( ৰণুৱা )।
বন-উআ, বনুআ ( বনুৱা )।
ধাৰ > ধৰ্-উআ, ধৰুআ > ধ'ৰুআ ( ধৰুৱা )।
সাৰ-উআ, সাৰুআ ( সাৰুৱা )।
মাৰ-উআ, মাৰুআ ( মাৰুৱা )।
থল-উআ, থলুআ > থ'লুআ ( থলুৱা )।
জাবৰ-উআ, জাবৰুআ > জাব'ৰুআ ( জাবৰুৱা )।
ঘৰ-উআ, ঘৰুআ > ঘ'ৰুআ ( ঘৰুৱা )।
দাল > দল্-উআ, দলুআ > দ'লুআ ( ডলুৱা )।
বজাৰ > বজৰ্-উআ, বজৰুআ > বজ'ৰুআ ( বজৰুৱা )।
ভাত > ভত্-উআ, ভতুআ > ভ'তুআ ( ভতুৱা )।
কপাহ > কপহ্-উআ, কপহুআ > কপ'হুআ ( কপহুৱা )।
পিতল-উআ, পিতলুআ > পিত'লুআ ( পিতলুৱা )।
এ'লাহ > এ'লেহ্-উআ, এ'লেহুআ ( এলেহুৱা )।

(৩৩) —উআল : বিশেষণ শব্দ সজা হয় ; যেনে,
ভিতৰ-উআল, ভিতৰুআল > ভিত'ৰুআল ( ভিতৰুৱাল )।

(৩৪) —উঐ : বিশেষ্য শব্দ সজা হয় ; যেনে,
মাচ-উঐ, মাচুঐ ( মাছুৱৈ )।
গচ-উঐ, গচুঐ > গ'চুঐ ( গচুৱৈ )।
ঘাত-উঐ, ঘাতুঐ ( ঘাটুৱৈ )।
মে'ল-উঐ, মে'লুঐ > মেলুঐ ( মেলুৱৈ )।

(৩৫) —উৱা : বিশেষণ শব্দ সজা হয় ; যেনে,
দন্দ-উৱা, দন্দুৱা > দ'ন্দুৱা ( দন্দুৱা )।

(৩৬) —উলা : বিশেষণ শব্দ সজা হয় ; যেনে,
পে'ত-উলা, পে'তুলা > পেতুলা ( পেটুলা )।



থে'হ-উলা, থে'হুলা > থেহুলা ( ঠেহুলা )।
উলা < সং. উল + আ।

(৩৭) —এতিআ : বিশেষণ শব্দ সজা হয় ; যেনে,
তে'ল-এতিআ, তে'লেতিআ ( তেলেতীয়া )।

(৩৮) —ঐ : বিশেষ্য শব্দ সজা হয় ; যেনে,
দুব-ঐ, দুবৈ ( দূবৈ )।

(৩৯) —ওআ : বিশেষ্য শব্দ সজা হয় ; যেনে,
হাল-ওআ, হালোআ ( হালোৱা )।
জাল-ওআ, জালোআ ( জালোৱা )।
ওআ < সং. ৱাহক।

(৪০) —ওআলি : বিশেষণ শব্দ সজা হয় ; যেনে,
সোন-ওআলি, সোনোআলি ( সোণোৱালী )।

(৪১) —কুৰি : বিশেষ্য শব্দ সজা হয় ; যেনে,
হাত-কুৰি, হাতকুৰি ( হাটকুৰি )।
বাত-কুৰি, বাতকুৰি ( বাটকুৰি )।
কুৰি < সং, কূট।

(৪২) —কুৰিআ : বিশেষণ শব্দ সজা হয় ; যেনে,
লাজ-কুৰিআ, লাজকুৰিআ ( লাজকুৰীয়া )।

(৪৩) —খানা : বিশেষ্য শব্দ সজা হয় ; যেনে,
দাক্তৰ-খানা, দাক্তৰখানা ( ডাক্তৰখানা )।
চপা-খানা, চপাখানা ( ছপাখানা )।
উকিল-খানা, উকিলখানা ( উকীলখানা )।

(৪৪) —গিৰি : বিশেষ্য শব্দ সজা হয় ; যেনে,
বাবু-গিৰি, বাবুগিৰি।
কে'ৰানি-গিৰি, কে'ৰানিগিৰি ( কেৰাণীগিৰি )।
পান্দা-গিৰি, পান্দাগিৰি ( পাণ্ডাগিৰি )।

(৪৫) —চুআ : বিশেষণ শব্দ সজা হয় ; যেনে,
ৰঙ্ > ৰঙ-চুআ, ৰঙচুআ > ৰঙ'চুআ ( ৰঙচুৱা )।

(৪৬) —ত'লি : বিশেষ্য শব্দ সজা হয় ; যেনে,
ধান-ত'লি, ধানত'লি ( ধানতলী )।

মাহ-ত'লি, মাহত'লি ( মাহতলী )।
ক'থিআ-ত'লি, ক'থিআত'লি ( কঠিয়াতলি )।
-ত'লি<সং. তলিকা।

(৪৭) —দান, —দানি : বিশেষ্য শব্দ সজা হয় ; যেনে,
পিক-দান, পিকদান।
ফুল-দানি, ফুলদানি ( ফুলদানী )।
চাই-দানি, চাইদানি ( ছাইদানী )।

(৪৮) —দাব : বিশেষ্য শব্দ সজা হয় ; যেনে,
অঙ্‌স>অঙসি-দাব, অঙসিদাব ( অংশীদাৰ )।

(৪৯) —নি : বিশেষ্য শব্দ সজা হয় ; যেনে,
নবা-নি, নবানি ( নবাণি )।
চপবা-নি, চপৰানি ( চপৰাণি )।
নি<সং. ৱনিকা।

(৫০) —মই : বিশেষণ শব্দ সজা হয় ; যেনে,
বোকা-মই, বোকামই ( বোকাময় )।
হাবি-মই, হাবিমই ( হাবিময় )।
গচ-মই, গচমই ( গছময় )।

(৫১) —লা : বিশেষ্য শব্দ সজা হয় ; যেনে,
অন্ধ-লা, অন্ধলা।

৫২ **উপসৰ্গ :** অসমীয়া শব্দত লগ লগা উপসৰ্গ কেইটামান তলত উল্লেখ কৰা হ'ল।

(১) অ : অ-ভাল, অভাল। তু. অভাল-ভাল, অভালে—ভালে।
অ-সমই, অসমই ( অসময় )।
অ-সলাগ, অসলাগ ( অশলাগ )।
অ-কাল, অকাল।
অ-ধৰ্ম, অধৰ্ম।
অ-কাজি, অকাজি ( অকাজী )।
অ-বতৰ, অবতৰ।
অ-হিত, অহিত>অ'হিত ( অহিত )।



অ-বাত, অবাত ( অবাট )।
অ-সুখ, অসুখ>অ'সুখ ( অসুখ )।
অ-কামিলা, অকামিলা।

(২) অন : অন্-উচিত, অনুচিত।
অন্-ইচ্ছা, অনিচ্ছা ( অনিচ্ছা )।

(৩) অনা : অনা-হক, অনাহক।
অনা-কতা, অনাকতা ( অনাকটা )।

(৪) আও : আও-পাক, আওপাক।
আও-বাত, আওবাত ( আওবাট )।
আও-মৰণ, আওমৰণ ( আওমৰণ )।

(৫) কু : কু-ৰূপ, কুৰূপ ( কুৰূপ )।
কু-দিন, কুদিন।

(৬) বি : বি-জোখ, বিজোখ।
বি-জাত, বিজাত। তু. বিজাত>বিজত্-অ'ৰিআ>বিজত'ৰিআ ( বিজতৰীয়া )।
বি-পাক, বিপাক।

(৭) বে : বে-চৰকাৰি, বেচৰকাৰি ( বেছৰকাৰী )।
বে-আইনি, বেআইনি ( বেআইনী )।

(৮) নি : নি-লাজ, নিলাজ।
নি-মাত, নিমাত।
নি-মৰমিআল, নিমৰমিআল ( নিমৰমিয়াল )।
নি-থ'কুআ, নিথ'কুআ ( নিঠকুৱা )।

(৯) স : স-প'ৰিআল, সপ'ৰিআল ( সপৰিয়াল )।

(১০) সু : সু-কাথি, সুকাথি ( সুকাঠী )।

**৫৩ ধ্বন্যাত্মক শব্দ :** প্ৰায় সকলো ভাষাতে কিছুমান শব্দ আছে যিবোৰ উচ্চাৰণ কৰাৰ লগে লগে অৰ্থটো স্পষ্ট হৈ উঠে। অসমীয়া ভাষাতো এনে ধৰণৰ শব্দ বহুত আছে ; যেনে, ঘৰ-ঘৰ, মৰ-মৰ, কল-কল, জিৰ-জিৰ, তপ-তপ ( টপ-টপ ), গুন-গুন ইত্যাদি। এনে শব্দবোৰক ধ্বন্যাত্মক শব্দ বোলা হয়। কিছুমান জীৱ-জন্তু, চৰাই-চিৰিকতি, পোক-পাৰুৱা আদিৰ নামবোৰ

এইদৰে ধ্বনিমূলক। অৰ্থাৎ সেই জীৱ-জন্তু বা চৰাই-চিৰিকতি আদিয়ে বি ধ্বৰণে মাতে সেই অনুযায়ী সিহঁতৰ নাম ৰখা হৈছে। অসমীয়া ভাষাত সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত মেকুৰীক 'মে'ও, কাউৰীক 'কাক', কুকুৰক 'ভুক' বুলি কোৱা হয়; কাৰণ মেকুৰীয় মে'ও-মে'ও কৰে, কাউৰীয়ে কা-কা বা কাক-কাক কৰে আৰু কুকুৰে ভুক-ভুক কৰে। অসমীয়া চিকা, হুদু আদিৰ নামকৰণে ধ্বনিমূলক।

**৫৩.১** কোনো বস্তু, কাৰ্য বা বঙৰ বিৱৰণ, শাৰীৰিক অসুস্থতা, নিস্তব্ধত, গাঢ়তা আদি বিৱিধ অৰ্থ প্ৰকাশকৰূপে ধ্বন্যাত্মক শব্দ ব্যৱহাৰ কৰিব পাৰি; যেনে, ফিৰফিৰিআ (ফিৰফিৰীয়া) কাপোৰ, কিনকিনিআ (কিনকিনীয়া) বৰষুণ। কত-মত-কৈ (কটমটকৈ); মূৰটো তিঙ-তিঙাইচে (টিঙটিঙাইছে), গাটো বিজ-বিজাইচে (বিজবিজাইছে), ঘিত-মিতিআ (ঘিটমিটীয়া) আন্ধাৰ। এই শব্দবোৰৰ এটা ৰূপৰ পৰা আকৌ কেইবাটাও ৰূপ কৰিব পাৰি; যেনে, কল্-কল্, কল্-কল্-অনি>কল-কলনি, কল্-কল্-আ>কল-কলা, কল্-কল্-কৈ> কল-কলকৈ। প্ৰত্যেকটো ধ্বন্যাত্মক শব্দৰ পৰা আটাইকেইটা ৰূপ পোৱা নাযায়; যেনে, গুন-গুন-অনি>গুন-গুননি, গুন-গুন-আ>গুন-গুনা, গুন-গুন-কৈ> গুন-গুনকৈ। কেতিয়াবা ধ্বন্যাত্মক শব্দটোৱে বিশেষ্যৰূপে বা ধাতুৰূপে ব্যৱহাৰ হয়; যেনে, 'চৰাই কৰে চিঁউ, কথা শুনি জীয়েকৰ উৰি গ'ল জীউ' ভুক্-ইচে>ভুকিচে (ভুকিছে)।

**৫৩.২** ধ্বন্যাত্মক শব্দবোৰৰ এটা বিশেষত্ব হৈছে এয়ে যে ইহঁত সচৰাচৰ দুটা অংশেৰে গঠিত। দ্বিতীয় অংশটো প্ৰথম অংশৰ পুনৰুক্তি। এই শব্দবোৰৰ কোনো এটা অংশই স্বকীয়াভাৱে কোনো অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। আন এক শ্ৰেণীৰ শব্দ হৈছে এনেকুৱা: দ্বিতীয় অংশটো প্ৰথম অংশৰ পুনৰুক্তি যদিও ইয়াত প্ৰথম ধ্বনিটো সলনি হয়; কিন্তু সেই সলনিক কোনো এটা নিয়মেৰে বান্ধিব নোৱাৰি। এনে পৰিৱৰ্তন সৃষ্টি কৰা ধ্বনিবোৰ হ'ল ব, ম, প, ফ, জ। ধ্বন্যাত্মক-শব্দবোৰক আৰু এক শ্ৰেণীত ভগাব পৰা যায়। এই শ্ৰেণীৰ শব্দবোৰৰ দ্বিতীয় অংশত হোৱা পৰিৱৰ্তনক এটা নিৰ্দিষ্ট নিয়মৰ ভিতৰত পেলাব নোৱাৰি। তলত প্ৰত্যেক শ্ৰেণীৰ শব্দৰ উদাহৰণ কিছুমান দিয়া হ'ল।

**প্ৰথম শ্ৰেণী**

কচ্-কচ্, কচ-কচ।
কপ্-কপ্, কপ-কপ।



কল্-কল্, কল-কল।
কুত্-কুত্, কুত-কুত (কুট-কুট)।
কেঁঙ্-কেঁঙ্, কেঁঙ-কেঁঙ (কেং-কেং)।
কেঁত্-কেঁত্, কেঁত-কেঁত (কেট-কেট)।
খক্-খক্, খক-খক।
খচ্-খচ্, খচ-খচ।
গপ্-গপ্, গপ-গপ।
গিজ্-গিজ্, গিজ-গিজ।
ঘৰ্-ঘৰ্, ঘৰ-ঘৰ
ঘত্-ঘত্, ঘত-ঘত (ঘট-ঘট)।
চত্-চত্, চত-চত (চট-চট)।
জিৰ্-জিৰ্, জিৰ-জিৰ।
তন্-তন্, তন-তন (টন-টন)।
থন্-থন্, থন-থন (ঠন-ঠন)।
দপ্-দপ্, দপ-দপ।
দক্-দক্, দক-দক (ডক-ডক)।
ধপ্-ধপ্, ধপ-ধপ।
ধক্-ধক্, ধক-ধক (ঢক-ঢক)।
নোহ্-নোহ্, নোহ-নোহ।
পিৰ্-পিৰ্, পিৰ-পিৰ।
ফিৰ্-ফিৰ্, ফিৰ-ফিৰ।
ফুচ্-ফুচ্, ফুচ-ফুচ।
বক্-বক্, বক-বক।
ভোৰ্-ভোৰ্, ভোৰ-ভোৰ।
মল্-মল্, মল-মল।
ৰম্-ৰম্, ৰম-ৰম।
লক্-লক্, লক-লক।
লে'ক্-লে'ক্, লে'ক-লে'ক (লেক-লেক)।
সৰ্-সৰ্, সৰ-সৰ।
হৰ্-হৰ্, হৰ-হৰ।

হো-হো, হো-হো।
হৌ-হৌ, হৌ-হৌ।

**দ্বিতীয় শ্ৰেণী**

কক্-বক্, কক-বক।
কাউ-বাউ, কাউ-বাউ।
চত্-বত্, চত-বত (ছট-বট)।
তজ্-বজ্, তজ-বজ।
কত্-মত্, কত-মত ( কট-মট )।
কে'ও-মে'ও, ( কেও-মেও )।
খক্-মক্, খক-মক।
ঘতঙ্-মতঙ্, ঘতঙ-মতঙ ( ঘটং-মটং )।
জক্-মক্, জক-মক।
জল্-মল্, জল-মল।
দগ্-মগ্, দগ-মগ ( ডগ-মগ )।
লত্-পত, লত-পত ( লট-পট )।
লতঙ্-পতঙ্, লতঙ-পতঙ ( লটং-পটং )।
লব্-ফব্, লব-ফব;
হল্-ফল্, হল-ফল।
কলৌ-জপৌ, কলৌ-জপৌ।

**তৃতীয় শ্ৰেণী**

আমন্-জিমন্, আমন-জিমন।
আব'ৰি-বিব'ৰি, আব'ৰি-বিব'ৰি ( আবৰি-বিবৰি )।
আতঙ্-বিতঙ্, আতঙ-বিতঙ ( আতং-বিতং )।
আতুব্-বিতুব্, আতুব-বিতুব।
আঙ্-বাঙ্, আঙ-বাঙ ( আং-বাং )।
থুনুক্-থানাক্, থুনুক-থানাক।
চুচুক্-চামাক্, চুচুক-চামাক।
তুলুঙ্- ভুতুঙ্, তুলুঙ-ভুতুঙ ( টুলুং-ভুটুং )।
তলঙ্-ভতঙ্, তলঙ-ভতঙ ( টলং-ভটং )।
তাবাঙ্-তিবিঙ্, তাবাঙ-তিবিঙ ( তাবাং-তিবিং )।



**৫৪ প্ৰতিধ্বন্যাত্মক শব্দ:** ধ্বন্যাত্মক শব্দৰে এটা বিভাগ হ'ল প্ৰতিধ্বন্যাত্মক শব্দ। ইয়াত একেটা শব্দৰ দুটা অংশ থাকে। প্ৰথম অংশটোৰ স্বকীয়া অৰ্থ আছে আৰু ই স্বাধীনভাৱে ব্যৱহাৰ হয়। দ্বিতীয় অংশটোৰ কোনো অৰ্থ নাই। কিন্তু ইয়াৰ সংযোগে প্ৰথমটোৰ অৰ্থ স্পষ্ট কৰি তোলে। একে ধৰণৰ বস্তু বুজোৱা অৰ্থত ইয়াৰ ব্যৱহাৰ হয়। ইয়াৰ গঠন-প্ৰণালীৰ বিশেষত্ব হ'ল দ্বিতীয় অংশটোৰ প্ৰথম ব্যঞ্জনধ্বনিটোৰ পৰিৱৰ্তন। যদি প্ৰথম অংশত প্ৰথম ব্যঞ্জনধ্বনিটো 'চ'ত বাহিৰে আন ব্যঞ্জনধ্বনি হয়; তেনেহ'লে দ্বিতীয় অংশত সি 'চ' হ'ব আৰু প্ৰথম ব্যঞ্জনধ্বনিটো 'চ' হ'লে দ্বিতীয় অংশত সি 'ত' হ'ব। উদাহৰণ: ঘৰ-চৰ, মাচ-চাচ ( মাছ-চাছ ), ভাত-চাত, খ'ৰি-চ'ৰি ( খৰি-চৰি ); কিন্তু চুলি-তুলি, চাকি-তাকি, চাহ-তাহ, চেনি-তেনি।

৫৪.১ প্ৰতিধ্বন্যাত্মক শব্দক আন এটা ভাগত ভগাব পাৰি। ইয়াত স্বতন্ত্ৰ শব্দ এটাৰ প্ৰথম ব্যঞ্জনধ্বনিটোৰ লগত -আ লগ লগাই শব্দটোৰ আগত জোৰাই দি শব্দটোৰ অৰ্থটো বেছি স্পষ্ট কৰি তোলা হয়; যেনে, খা-খবৰ, চা-চিনাকি, জা-জলপান, বা-বাত'ৰি ( বা-বাতৰি )। কোনো এটা নিৰ্দিষ্ট নিয়মৰ ভিতৰুৱা কৰিব নোৱৰা প্ৰতিধ্বন্যাত্মক শব্দ এশ্ৰেণীও আছে; যেনে, খবক-ববক, খোআ-লোআ ( খোৱা-লোৱা ), উজাৰ-পিজাৰ, আন্ধাৰ-মুন্ধাৰ। প্ৰতিধ্বন্যাত্মক শব্দৰ এনে এটা শ্ৰেণীও আছে য'ত প্ৰথম অংশটোৰ লগত কোনো ধৰণৰ সাদৃশ্য নথকা, কোনো অৰ্থ নথকা ধ্বনি-সংযোগ কিছুমান লগ লাগে; যেনে, ঔসধ-পাতি ( ঔষধ-পাতি ), বিআ-বাৰু ( বিয়া-বাৰু), কাজিআ-পে'চাল ( কাজিয়া-পেচাল )।

৫৪.২ প্ৰতিধ্বন্যাত্মক শব্দৰ ব্যৱহাৰ ভাৰতৰ বহুতো ভাষাত আছে; যেনে, ঘোড়া-টোড়া ( বঙলা ), ঘোড়া-তোড়া ( মৈথিলী ), ঘোড়া-ওড়া ( হিন্দী ), ঘোড়ো-বোড়ো ( গুজৰাটী ), ঘোড়া-বোড়া ( মাৰাঠী )। দ্ৰাবিড় ভাষা কন্নডতো ইয়াৰ ব্যৱহাৰ পোৱা যায়; যেনে, হন্নু-হম্পলু ( ফল-চল ), তুপ্প-গিপ্প ( ঘিউ-চিউ), অঙ্কু-ডোঙ্কু ( অকা-বেঁকা )। কিন্তু অসমীয়া ভাষাৰ প্ৰতিধ্বন্যাত্মক শব্দৰ গঠন-পদ্ধতিৰ লগত দেউৰী-চুতীয়া ভাষাৰ প্ৰতিধ্বন্যাত্মক শব্দৰ গঠনৰ সাদৃশ্যহে বিশেষভাৱে দেখা যায়। এই ভাষাটোত শব্দৰ প্ৰথম ধ্বনিটো যদি 'চ' বা 'ঝ' হয়, তেনেহ'লে পাছৰ অংশত 'প' হ'ব আৰু আন ক্ষেত্ৰত পাছৰ অংশত 'চ' হ'ব; যেনে, চিঙ-পিঙ ( নিমখ-চিমখ ), চি-পি ( কুকুৰ-চুকুৰ ), ঝিবি-পিবি ( বাতি-চাতি ); কিন্তু হু-চু ( কুকুৰা-চুকুৰা ), মেপুঁ-চেপুঁ ( ভালুক-চালুক )।

৫৫ **সংযুক্ত শব্দ :** আন বহুতো ভাষাৰ নিচিনা অসমীয়া ভাষাতে দুটা বা তাতকৈ অধিক শব্দ একেলগে লগ হৈ এটা শব্দৰ নিচিনা ৰূপ লোৱাটো এটা সচৰাচৰ ঘটনা। ব্যাকৰণবোৰত সাধাৰণতে দুটা বা তাতকৈ অধিক শব্দ গোট খাই এটা শব্দত পৰিণত হোৱা ব্যৱস্থাক সমাস আখ্যা দিয়া হৈছে আৰু সংস্কৃত ব্যাকৰণৰ অনুকৰণত বিভিন্ন সমাসৰ অৱতাৰণা কৰা হৈছে। গঠন-পদ্ধতিৰ দৃষ্টিৰে চাই সেই আটাইবোৰকে সংযুক্ত শব্দ বুলি ক'ব পাৰি। ইয়াৰ অৰখো কেইবা প্ৰকাৰো হ'ব। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল।

(ক) **মুক্তৰূপ+মুক্তৰূপ :** দুটা মুক্তৰূপ লগ লাগিলে সিহঁতৰ দুটি ৰূপটো দীঘল ৰূপটোৰ আগত বহে। পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ বুজোৱা মুক্তৰূপৰ সংযোগ ঘটিলে কোনো কোনো ক্ষেত্ৰত স্ত্ৰীবাচক শব্দটো আগত বহে আৰু কোনো কোনো ক্ষেত্ৰত পুৰুষবাচক শব্দটো আগত বহে। উদাহৰণ :

ৰাম-ৰাবন ( ৰাম-ৰাৱণ )।
লাই-লে'চাই ( লাই-লেচাই )।
সিতা-সাবিত্ৰি ( সীতা-সাবিত্ৰী )।
ভাল-বে'ইআ ( ভাল-বেয়া )।
গুৰু-গোসাঁই।
গুৰু-সিচ্চ ( গুৰু-শিষ্য )।
সাক-পাচ'লি ( শাক-পাচলি )।
কাপ-মৈলাম।
ফুল-চন্দন।
পাত-পচলা।
বাঘ-ভালুক।
পাক-ভাৰত।
গ'ৰু-ম'হ ( গৰু-ম'হ )।
বাঘ-ধকা ( বাঘ-ঢকা )।
পানি-জোলা ( পানী-জোলা )।
ম'হি-চুঙা ( মহী-চুঙা )।
ভকত-সেউআ ( ভকত-সেৱা )।
বোআৰি-বেতি ( বোৱাৰী-বেটী )।
দেকা-চাঙ ( ডেকা-চাং )।



তিৰি-মুনিহ ( তিৰী-মুনিহ )।
ল'কৃখি-নাৰাইঅন ( লক্ষ্মী-নাৰায়ণ )।
হৰ-গৌৰি ( হৰ-গৌৰী )।
মহাদেৱ-পাৰ্বতি ( মহাদেৱ-পাৰ্বতী )।
আম-কথাল ( আম-কঠাল )।
দৰা-কইনা।
জ'দু-ম'ধু ( যদু-মধু )।
হাত-বজাৰ ( হাট-বজাৰ )।

(খ) **মুক্তৰূপ+(মুক্ত+যুক্ত) ৰূপ :**
গচ-পক্-আ, গচ-পকা ( গছ-পকা )।
গচ-সৰ্-আ, গচ-সৰা ( গছ-সৰা )।
তল-সৰ্-আ, তল-সৰা।
মৌ-সান্>সন্-আ, মৌ-সনা।
পিতল-চ'কু-আ, পিতল-চ'কুআ ( পিতল-চকুৱা )।
লাউ-মুৰ-আ, লাউ-মুৰা ( লাও-মূৰা )।
মুধা-ফুত্-আ, মুধা-ফুতা ( মূধা-ফুটা )।
দৰা-ঘৰ-ইআ, দৰা-ঘৰিআ>দৰা-ঘ'ৰিআ ( দৰা-ঘৰীয়া )।
বৰ-মুৰ-ইআ, বৰ-মুৰিআ ( বৰ-মূৰীয়া )।
বে'ঙেনা-বোল-ইআ, বে'ঙেনা-বোলিআ>
বে'ঙেনা-বুলিআ ( বেঙেনা-বুলীয়া )।
প'দুলি-সুঙ্-আ, প'দুলি-সুঙা ( পদূলি-শুঙা )।
ধেঁকিআ-পাত>পত-ইআ, ধেঁকিআ-পতিআ>ধেঁকিয়া-প'তিআ ( ঢেঁকীয়া-পতীয়া )।

(গ) **( মুক্ত+যুক্ত ) ৰূপ+( মুক্ত+যুক্ত ) ৰূপ :**
হাত-এ>হাতে-কাত্>কত্-আ, হাতে-কতা ( হাতে-কটা )।
পোক-এ>পোকে-খা>খো-আ, পোকে-খোআ ( পোকে-খোৱা )।
ঘুন-এ>ঘুনে-ধৰ্-আ, ঘুনে-ধৰা ( ঘুণে-ধৰা )।
মুখ-আ>মুখা-মুখ-ই, মুখা-মুখি।

(ঘ) **( মুক্ত+যুক্ত ) ৰূপ+ মুক্তৰূপ :**
নে'জ-আল>নে'জাল-তৰা ( নেজাল-তৰা )।

খুদ-ইআ>খুদিআ-বৰল ( খুদীয়া-বৰল )।

ত'ক্-আ>ত'কুআ-কদম ( তকুৱা-কদম )।

সাত-আম>সাতাম-পুরুস ( সাতাম-পুৰুষ )।

বাৰ-তি>বাৰতি>বাৰ'তি-কাল ( বাৰতি-কাল )।

চুলি-আ>চুলিআ-চুলি ( চুলিয়া-চুলি )

(ঙ) **মুক্তৰূপ+মুক্তৰূপ+মুক্তৰূপ**……

ৰুপ-গথন-পদ্ধ'তি ( ৰূপ-গঠন-পদ্ধতি )।

মাহ-স'বিঅহ-ধান ( মাহ-সবিয়হ-ধান )।

ল'ৰা-বুৰ্হা-মতা-মাইকি ( ল'ৰা-বুঢ়া-মতা-মাইকী )।

৫৬ **শব্দৰ ক্ৰম আৰু বাক্য-গঠন-প্ৰক্ৰিয়া ঃ** অসমীয়া ৰূপ-গঠনৰ বিষয়ে পুথিখনত আলোচনা কৰোঁতে যিবোৰ মুক্তৰূপৰ পাছত যিবোৰ যুক্তৰূপ লগ লাগে সেইবোৰ যথাস্থানত দেখুৱাই অহা হৈছে। এতিয়া ৰূপবোৰৰ সংযোগ হ'লে বাক্য বা বাক্যাংশত সিহঁতৰ ক্ৰম সম্পৰ্কে সাধাৰণ ভাৱে আলোচনা তলত দিয়া হ'ল। অসমীয়া বাক্য-গঠন-প্ৰণালী বিভিন্ন ধৰণৰ। তাৰ বিস্তৃত আলোচনালৈ নগৈ ইয়াত সচৰাচৰ ব্যৱহাৰ কৰিবলগীয়া হোৱা বাক্য কিছুমানৰ গঠনৰ বিষয়েহে চমু আভাস দিয়া হ'ল। অসমীয়া ভাষাত সচৰাচৰ বাক্যবোৰ চুটি চুটি। কেতিয়াবা অব্যয় শব্দৰ সংযোগত দীঘলীয়া মনোভাৱ ব্যক্ত কৰা হয়। প্ৰথমতে শব্দবোৰৰ ক্ৰম সম্পৰ্কে তলৰ কথাখিনি চোৱা হওক।

সাধাৰণতে নিশ্চয়ৱাচক সৰ্বনাম শব্দবোৰ বিশেষ্য শব্দৰ আগত বহে, বিশেষণ শব্দবোৰ বিশেষ্য শব্দৰ আগত বহে, সম্বন্ধপদবোৰ বিশেষ্য শব্দৰ আগত বহে, ক্ৰিয়া-বিশেষণ শব্দবোৰ বিশেষণ শব্দৰ আগত বহে। এই আটাইবোৰ যেতিয়া একেলগে লগ লাগে তেতিয়া ক্ৰমটো এনে ধৰণৰ হয়ঃ নিশ্চয়ৱাচক সৰ্বনাম+সম্বন্ধপদ+বিশেষণ+বিশেষ্য আৰু নিশ্চয়ৱাচক সৰ্বনাম+সম্বন্ধপদ+ক্ৰিয়া-বিশেষণ+বিশেষণ+বিশেষ্য। আনহাতে ক্ৰিয়া বিশেষণ শব্দ ক্ৰিয়াৰ আগত বহে। তুমুনন্ত শব্দও ক্ৰিয়াৰ আগত বহে। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল ঃ

কিতাপ।

এইখন কিতাপ।

ভাল কিতাপ।



তে'ওঁৰ ( তেওঁৰ ) কিতাপ।

বৰ ভাল কিতাপ।

এইখন তে'ওঁৰ ( তেওঁৰ ) কিতাপ।

এইখন ভাল কিতাপ।

এইখন বৰ ভাল কিতাপ।

এইখন তে'ওঁৰ ( তেওঁৰ ) ভাল কিতাপ।

এইখন তে'ওঁৰ ( তেওঁৰ ) বৰ ভাল কিতাপ।

সি কাইলৈ আহিব।

সি কাইলৈ হুনিবলৈ ( শুনিবলৈ ) আহিব।

৫৭ বাক্যত সচৰাচৰ কৰ্তা, কৰ্ম আৰু ক্ৰিয়াৰ ক্ৰম হৈছে এনে ধৰণৰ ঃ কৰ্তা+ক্ৰিয়া, কৰ্তা+কৰ্ম+ক্ৰিয়া। পৰোক্ষ কৰ্মটো প্ৰত্যক্ষ কৰ্মৰ আগত বহে। উদাহৰণ ঃ

মই খাওঁ।

মই ভাত খাওঁ।

মই গৰম ভাত খাওঁ।

মই বৰ গৰম ভাত খাওঁ।

মই তাক দহ তকা ( টকা ) দিওঁ।

৫৮ বিভিন্ন পুৰুষৰ সৰ্বনাম বাক্যত ব্যৱহাৰ কৰিলে সিহঁতৰ ক্ৰম হয় এনেকুৱা ঃ তৃতীয় পুৰুষ+দ্বিতীয় পুৰুষ+প্ৰথম পুৰুষ। ক্ৰিয়াটো হ'লে শেষত থকা সৰ্বনামটো অনুযায়ীহে হ'ব। উদাহৰণ ঃ

সি, তুমি আৰু মই জাম ( যাম )।

সি আৰু মই জাম ( যাম )।

তুমি আৰু মই জাম ( যাম )।

সি আৰু তুমি জাবা ( যাবা )।

৫৯ তলত উল্লেখ কৰা ধৰণৰ বাক্যবোৰত ক্ৰিয়া শব্দৰ ব্যৱহাৰ নহয় ঃ

(১) **নিশ্চয়ৱাচক সৰ্বনাম+ বিশেষ্য ঃ** এইবোৰ কথা। এইবোৰ দাঙৰ ( ডাঙৰ ) মানুহ।

(২) **নিশ্চয়ৱাচক সৰ্বনাম+বিশেষণ ঃ** এইবোৰ বে'ইআ ( বেয়া )। এইতো ( এইটো ) বে'ইআ ( বেয়া )।

(৩) **নিশ্চয়ৱাচক সৰ্বনাম+সম্বন্ধপদ+বিশেষ্য ঃ** এইতো (এইটো) কাৰ ঘৰ ?

(৪) **সম্বন্ধপদ+বিশেষ্য+প্ৰশ্নৱাচক সৰ্বনাম ঃ** তোমাৰ নাম কি?

(৫) **সম্বন্ধপদ+বিশেষ্য+বিশেষ্য ঃ** মোৰ নাম জনাৰ্দন।

(৬) **সম্বন্ধপদ+বিশেষ্য+বিশেষণ ঃ** তাৰ ল'বাতো (ল'বাটো) ভাল।

৬০ তলত উল্লেখ কৰা ধৰণৰ বাক্যবোৰত কৰ্তাৰ ব্যৱহাৰ নহয় ঃ

(১) **অনুজ্ঞাসূচক বাক্যত ঃ** পৰ্হ (পঢ়)। আবেলি আহিবা।

(২) **প্ৰশ্ন সোধাত ঃ** সিহঁতৰ ঘৰলৈ জোআ (যোৱা) নে নোজোআ (নোযোৱা)? ক'ত থাকা ?

(৩) **সাধাৰণ উক্তিত ঃ** এতিআ (এতিয়া) ইআতে (ইয়াতে) থাকোঁ।

**৬১** কোনো কথাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিলে নাইবা ভাৱাবেগৰ বশৱৰ্তী হ'লে বাক্যত শব্দবোৰৰ ওপৰত উল্লেখ কৰা প্ৰচলিত ক্ৰমৰ সলনাসলনি ঘটে।

উদাহৰণ ঃ

মই কাইলৈ গুআহাতিলৈ (গুৱাহাটীলৈ) জাম (যাম)। কাইলৈ মই গুআহাতিলৈ (গুৱাহাটীলৈ) জাম (যাম)। মই গুআহাতিলৈ (গুৱাহাটীলৈ) কাইলৈ জাম (যাম)।

---

# চাৰি

## পৰিশিষ্ট

### (১) অসমীয়া ভাষাৰ উচ্চাৰণ-সমস্যা

অসমীয়া ভাষাটো আমি যি ধৰণে লেখোঁ, তেনে ধৰণে উচ্চাৰণ নকৰোঁ। অসমীয়া ভাষাৰ লিখিত আৰু কথিত ৰূপৰ মাজৰ এই সামঞ্জস্য-হীনতাই অসমীয়া ভাষাৰ উচ্চাৰণত কিছুমান সমস্যাৰ সৃষ্টি কৰিছে। জগতৰ বেছি ভাগ ভাষাতে এই বৈষম্য দেখা যায়। ভাৰতত সংস্কৃত ভাষাৰ ক্ষেত্ৰত হ'লে বৰ্ণ আৰু ধ্বনিৰ মাজত সামঞ্জস্য আছিল। বৰ্তমান হিন্দী ভাষাতো এই বৈষম্য কম।

অসমীয়া ভাষাটো মূলতঃ আৰ্য ভাষা। গতিকে সংস্কৃতীয়া শব্দমালা আৰু সংস্কৃতৰ পৰা প্ৰাকৃত-অপভ্ৰংশৰ মাজেদি বিকশিত হোৱা শব্দই অসমীয়া শব্দ-ভাণ্ডাৰৰ এটা বুজন অংশ অধিকাৰ কৰি আছে। অসমীয়া ভাষা আৰ্য ভাষাৰ পৰা বিকশিত হ'লেও ই এটা স্বকীয়া ভাষা আৰু সেইবাবে ইয়াৰ কিছুমান স্বকীয়া বৈশিষ্ট্য আছে। এটা ভাষাৰ স্বকীয়া বৈশিষ্ট্য বুলিলে সেই ভাষাৰ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ বৈশিষ্ট্য কিছুমানলৈ আঙুলিয়াব লাগিব। অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব বিশেষ জটিল নহয়। ইয়াত বিশিষ্ট স্বৰধ্বনি আঠোটা আৰু বিশিষ্ট ব্যঞ্জনধ্বনি একৈশটা আছে। অসমীয়া ভাষাত ধ্বনিৰ দৈৰ্ঘ এটা বিশিষ্ট প্ৰয়োগ নহয়। অৰ্থাৎ কোনো এটা শব্দৰ এটা ধ্বনিৰ হ্ৰস্ব আৰু দীৰ্ঘ উচ্চাৰণ ভেদে শব্দ দুটাৰ অৰ্থৰ কোনো তাৰতম্য নঘটে। সংস্কৃতত হ'লে ধ্বনিৰ দৈৰ্ঘ এটা বিশিষ্ট ৰূপ। সেই কাৰণে সংস্কৃতৰ দিন আৰু দীন শব্দ দুটাৰ প্ৰথমটোৱে ৰাতিৰ ওলোটা দিন আৰু দ্বিতীয়টোৱে দুখীয়া অৰ্থ প্ৰকাশ কৰিছে। সংস্কৃতৰ বাণন অনুসৰি লেখা অসমীয়া শব্দবোৰ উচ্চাৰণ কৰোঁতে হ্ৰস্ব, দীৰ্ঘৰ উচ্চাৰণ কৰা নহয়। সংস্কৃতৰ 'ঋ' ধ্বনিটো অসমীয়াত 'ৰি'ৰূপে উচ্চাৰণ কৰা হয়।

ব্যঞ্জনধ্বনিৰ ক্ষেত্ৰত অসমীয়াত দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য নাই। দন্তমূলীয় ধ্বনিহে অসমীয়াৰ বিশিষ্ট ধ্বনি। সেই কাৰণে লেখোঁতে দন্ত্য-মূৰ্ধন্যৰ পাৰ্থক্য ৰাখি লেখিলেও উচ্চাৰণ কৰোঁতে 'মাটিত বহ' আৰু 'তাক মাতি আন' এই দুয়ো ক্ষেত্ৰত 'মাটি' আৰু 'মাতি' শব্দ দুটাৰ মূৰ্ধন্য আৰু দন্ত্য 'ত' দুটা একে ধৰণে উচ্চাৰিত হৈছে। সংস্কৃতীয়া শব্দ উচ্চাৰণৰ ক্ষেত্ৰতো এই নিয়মেই

প্ৰযোজ্য। সংস্কৃতৰ তালব্য ধ্বনিবোৰ অসমীয়াত দন্তমূলীয় ধ্বনিৰূপে উচ্চাৰিত হয়। লেখোঁতে চন্দ্ৰ, ছাত্ৰ লেখিলেও 'চ' আৰু 'ছ'ৰ উচ্চাৰণ দন্তমূলীয় চ (ꞩ ৰূপেহে হয়। সংস্কৃতৰ তালব্য ধ্বনিৰ অল্পপ্ৰাণ আৰু মহাপ্ৰাণ ধ্বনিৰ উচ্চাৰণে অসমীয়াত কৰা নহয়। চন্দ্ৰ, ছাত্ৰৰ উচ্চাৰণেই ইয়াক প্ৰমাণ কৰে। সংস্কৃতৰ 'ৱ' ধ্বনি অসমীয়াত শব্দৰ আৰম্ভণিত হ'লে সদায় 'ব' ৰূপে উচ্চাৰিত হয় আৰু শব্দৰ মাজ আৰু শেষত হ'লে 'ব' বা 'উ' ৰূপে উচ্চাৰিত হয়। সেই কাৰণে সংস্কৃত ৱেদ শব্দ অসমীয়াত বেদ হৈছে। দেৱ শব্দ অসমীয়াত দেব, দেউ হৈছে কোনো কোনোৱে শব্দৰ শেষত থকা 'ৱ' ধ্বনিটো তেনে ধৰণে উচ্চাৰণ কৰাৰ চেষ্টা দেখা যায়; যেনে, শিৱ, জীৱ ইত্যাদি। সংস্কৃতৰ 'য়' ধ্বনিটো অসমীয়াত শব্দৰ আৰম্ভণিত 'জ' ৰূপে আৰু আন ঠাইত 'ই' ৰূপে উচ্চাৰিত হয়; যেনে, সং. যোগ, উপযোগিতা, জয় অসমীয়াত জোগ, উপজোগিতা আৰু জই হৈছে।

কিছুমান শব্দ অসমীয়াত 'ঢ়' আখৰেৰে লেখা হয়। উচ্চাৰণত হ'লে সি 'ৰ' নাইবা 'ৰ' আৰু 'হ'ক সংযুক্ত কৰি উচ্চাৰণ কৰা শুনা যায়; যেনে, বুঢ়া শব্দটো বুৰা বা বুৰ্হা হৈ উচ্চাৰিত হয়। ভূঞা, কেঞা আদি কেইটামান শব্দত ব্যৱহাৰ হোৱা 'ঞ'ৰো উচ্চাৰণ 'ই' হে হয়। আন ব্যঞ্জনধ্বনিৰ লগত যুক্ত 'ঞ'টোৱে অসমীয়াত ধ্বনিৰ পিনৰ পৰা 'ন'ৰ ৰূপ লয়; যেনে, যাচ্ঞা, বাঞ্ছা আদি শব্দ অসমীয়াত জাচ্না, বান্চা হৈ উচ্চাৰিত হ'ব। 'ড়'টো 'ৰ' ৰূপে উচ্চাৰিত হয়।

সংস্কৃতৰ উষ্মধ্বনি শ, ষ আৰু সৰ উচ্চাৰণ অসমীয়াত সাধাৰণতে অসংযুক্ত হ'লে 'স' ৰূপে কৰা হয়; যেনে, সং. শৰ, ষণ্ড, সাৰ অসমীয়াত সৰ, সাঁৰ আৰু সাৰ হিচাপে উচ্চাৰিত হৈছে। তেনেকৈ সং. আশা, আকাশ, বিষ, বশ অসমীয়াত আশা, আকাশ, বিষ, বস হৈছে। বস আৰু বিষৰ বহ, বিথ, বিহ আদি ৰূপো পোৱা যায়। শ, ষ, স আন ব্যঞ্জনৰ লগত যুক্ত হ'লে এই ধ্বনি কেইটা 'চ' ৰূপে উচ্চাৰিত হয়; যেনে, কৃষ্ণ, প্ৰশ্ন, বিষ্ণু, উৎসৱ ইত্যাদি। যুক্ত ব্যঞ্জনৰ যদি প্ৰথমৰ ধ্বনিটো 'ৰ' বা অনুস্বাৰ অৰ্থাৎ নাসিক্য ধ্বনি হয়, তেন্তে হ'লে উষ্মধ্বনিকেইটা 'স' ৰূপেহে উচ্চাৰিত হ'ব; যেনে, সং. দৰ্শন, বৰ্ষ, মাংস ৱংশ অসমীয়াত দৰ্‌সন, বৰ্‌স, মাঙ্‌স, বঙ্‌স হৈছে। সংখ্যাবাচক শব্দত উষ্মধ্বনি 'চ' ধ্বনিত পৰিণত হয়; যেনে, সং. বিংশতি, একবিংশতি শব্দ অসমীয়াত উচ্চাৰিত হয় বিচ্, এ'কৈচ্ ৰূপেহে। সংস্কৃত দশ শব্দৰ দচ্ আৰু দহ এই দুটা ৰূপ পোৱা যায়। আন কিছুমান শব্দতো উষ্মধ্বনি 'চ' হিচাপে উচ্চাৰিত



হয়; যেনে, সং. মসূৰ, কলশ শব্দৰ পৰা অসমীয়া ম'চুৰ, কল'চী শব্দ পোৱা গৈছে। এই দুয়ো ক্ষেত্ৰতে 'চ' ধ্বনিটো আন ভাষাৰ পৰা লোৱা বা তাৰ প্ৰভাৱত হোৱা। নামবাচক শব্দৰ ক্ষেত্ৰত উষ্মধ্বনিবোৰৰ শব্দৰ আৰম্ভণিত হ'লে সাধাৰণতে 'স' ৰূপে উচ্চাৰণ কৰা হয়; যেনে, সাবিত্ৰী, সত্যভামা, সত্যনাথ, শঙ্কৰ। কিন্তু সতীশ, মহেশ শব্দ চ'তিচ্, মহেচ্ ৰূপেহে উচ্চাৰিত হয়। সেইদৰে সুৰেশ, যোগেশ, উমেশ আদি শব্দক আমি জোৰ কৰি সুৰেস জোগেস, উমেস বুলি উচ্চাৰণ কৰিবলৈ ল'ব নোৱাৰোঁ। এটা ভাষাৰ শব্দমালাৰ আন ক্ষেত্ৰত প্ৰযোজ্য নিয়ম নামবাচক শব্দত একে ধৰণে ব্যৱহাৰ কৰিব নোৱাৰি। ভাষা-বিজ্ঞানীসকলেও নামবাচক শব্দক কোনো ভাষাৰ সাধাৰণ শব্দভাণ্ডাৰেৰে সৈতে সাঙুৰিব নোখোজে।

সংস্কৃতীয়া শব্দবোৰৰ উচ্চাৰণৰ সমস্যাৰ উপৰিও অসমীয়া ভাষাৰ উচ্চাৰণৰ আন সমস্যাও আছে। ভাষাটোৰ লিখিত ৰূপে এই ক্ষেত্ৰতো বৰঙণি যোগাইছে। অসমীয়াত লেখোঁতে এটা 'এ' আখৰ আছে। কিন্তু ইয়াৰ দুটা উচ্চাৰণ হয়; যেনে, লেখোঁতে লেখোঁ এক কিন্তু উচ্চাৰণ হয় এ'ক্ বুলিহে। স্কুল বা কলেজৰ 'বেল' পৰে আৰু গছৰ পৰা 'বে'ল' সৰে। 'বে'টা' কিন্তু 'বেটী'; 'পে'ট' কিন্তু 'পেটুলা'। অসমৰ উজনি অঞ্চলৰ লোকৰ কাৰণে এই ধ্বনি দুটাৰ উচ্চাৰণত কোনো অসুবিধা নহ'ব পাৰে; কিন্তু আন অঞ্চলৰ লোকৰ কাৰণে এইটো জনা দৰ্কাৰ যে কোনো শব্দৰ 'এ' ধ্বনিৰ পৰৱৰ্তী অক্ষৰত যদি 'ই' বা 'উ' ধ্বনি থাকে তেনেহ'লে এ'ধ্বনি 'এ'লৈ ৰূপান্তৰিত হ'ব। উজনিৰ বাহিৰে আন অঞ্চলৰ লোকৰ কাৰণে অসমীয়া ভাষাৰ লিখিত ৰূপে প্ৰকৃত উচ্চাৰণত আৰু কিছুমান ক্ষেত্ৰত সমস্যাৰূপে দেখা দিছে। আমি লেখোঁতে বাতৰি, চকু, গৰু এনেকৈ লেখোঁ; কিন্তু সেইবোৰ উচ্চাৰণ কৰিব লাগে বাত'ৰি, চ'কু, গ'ৰু আদি ৰূপেহে। ইয়াত এটা ধ্বনি-নিয়মে কাম কৰা দেখা গৈছে। কোনো শব্দত থকা 'অ' ধ্বনিৰ পৰৱৰ্তী অক্ষৰত ই বা উ ধ্বনি থাকিলে পূৰ্বৱৰ্তী 'অ' ধ্বনি অ' ধ্বনিলৈ ৰূপান্তৰিত হয়। কিন্তু কোনো নাসিক্য ধ্বনিৰ পাছত ই, উ থাকিলে অ, অ' নহয়; যেনে, শনি, মণি। তেনেকৈ গ'ল, হ'ল আদি শব্দত উৰ্ধ্ব ক'মা এটা ব্যৱহাৰ কৰিলেও কৰ, হৰ, লৰ আদি লেখোঁতে বহুতে উৰ্ধ্ব ক'মাৰ ব্যৱহাৰ নকৰে। কিন্তু অকাৰান্ত ধাতুৰ ৰূপ হ'লে সকলোবোৰতে একে ধৰণে উচ্চাৰণ হ'ব। সেই কাৰণে ক'ব, হ'ব, ল'ব, ক'ম, হ'ম, ল'ম আদিহে প্ৰকৃত উচ্চাৰণ।

অসমীয়া ভাষাত লেখোঁতে অকাৰান্ত যেন হ'লেও সচৰাচৰ সেইবোৰ শব্দ

ব্যঞ্জনান্তৰূপেহে উচ্চাৰিত হয়; যেনে, ঘৰ, বাঘ, হাত, মুখ ইত্যাদি। কিন্তু কিছুমান শব্দ আছে সেইবোৰক অকাৰান্তৰূপে উচ্চাৰণ কৰিব লাগে; যেনে, নাৰ, বাট, পাভ, কাছ, গাধ, পল, পাৰ, ওখ, এঁঘাৰ, বাৰ, তে'ৰ, পোন্ধৰ, ষোল, সোতৰ, ওঠৰ, ভাদ, আপ, কাঁক, হেৰ, শ, ন। কিছুমান তৎসম শব্দও সংস্কৃতৰ নিচিনা অকাৰান্তৰূপে উচ্চাৰিত হয়; যেনে, লৌহ, স্ত্রৈণ, বিকশিত, জ্ঞাত, অজ্ঞাত, চিৰ, নত। গদ্যত ব্যঞ্জনান্তৰূপে উচ্চাৰিত শব্দবোৰ পদ্যত (বিশেষকৈ পুৰণি সাহিত্যত) অকাৰান্তৰূপে মতা যায়; যেনে, কৃষ্ণৰ, চৰণ, শৰণ। ইয়, ঈয় বা এয় অন্তত থকা শব্দবোৰো অকাৰান্ত; যেনে, ক্ষত্রিয়, ইন্দ্রিয়, প্রিয়, স্বৰ্গীয়, দ্বিতীয়, তৃতীয়, দিৱসীয়, দেয়, হেয়, বিধেয়। সংযুক্ত ব্যঞ্জনেৰে শেষ হোৱা শব্দ অকাৰান্তৰূপে উচ্চাৰিত হয়; যেনে, কুঞ্জ, চন্দ্র, ভদ্র, সন্ত, মহন্ত, বংশ, কংস, শব্দ, মূৰ্খ, বক্ক, ৰহস্য। দুই এটা ব্যতিক্রম আছে; যেনে, ফান্দ্‌, বান্ধ্‌, কন্ধ, কান্ধ্‌। ধাতুৰ অন্তত থকা সংযুক্ত ব্যঞ্জন অকাৰান্তৰূপে উচ্চাৰিত নহয়; যেনে, বান্ধ্‌। এটা মাথোন ব্যঞ্জন আখৰীয়া ধাতুক সদায় অকাৰান্তকৈ মতা হয়; যেনে, ক, থ, ল, ৰ, ব, স, হ ইত্যাদি।

এতিয়া দেখা গ'ল যে অসমীয়া ভাষাৰ উচ্চাৰণৰ এটা পদ্ধতি আছে। ইয়াৰ ব্যতিক্রম স্বৰূপে কোনো কোনো ব্যক্তিৰ উচ্চাৰণত দুই-এটা তাৰতম্যই দেখা দিব পাৰে। কিন্তু কম সংখ্যক লোকৰ বা ক্ষুদ্র আঞ্চলিক ৰূপৰ ওপৰত গুৰুত্ব নিদি অধিক সংখ্যক লোকৰ ব্যৱহাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰি এটা মাত্র উচ্চাৰণ অনুসৰণ কৰিলে অসমীয়া ভাষাৰ উন্নতিত উল্লেখযোগ্য বৰঙণি হ'ব।

### (২) অসমীয়া ভাষাৰ বাণন-পদ্ধতি:

কোনো এটা ভাষা উন্নত বা চহকী ভাষাৰূপে পৰিগণিত হ'বলৈ হ'লে সেই ভাষাটোত লেখন-পদ্ধতিৰ এটা সুশৃঙ্খল ৰীতি থাকিব লাগে যাতে সকলোৱে সেই নীতি অনুযায়ী ভাষাটো লিখিত ৰূপত ব্যৱহাৰ কৰিব পাৰে। কোনো এটা ভাষা কথিতৰূপে চলি থকাৰ পাছত ভাষা-বৈজ্ঞানিক পদ্ধতিৰে সেই ভাষাটোৰ বিশিষ্টধ্বনিবোৰ আৱিষ্কাৰ কৰি সেই বিশিষ্ট ধ্বনি অনুযায়ী এখন বৰ্ণমালা তৈয়াৰ কৰি লৈ ভাষাটো লেখাত প্রবৃত্ত হ'ব পাৰি। কিন্তু যিবোৰ ভাষাৰ লেখন-পদ্ধতি প্রাচীন, যিবোৰ ভাষা বহু শতাব্দী জুৰি হাতে-লেখা পুথি-পাঁজি, শিলালিপি, তামৰ ফলি আদিত সংৰক্ষিত হৈ চলি আহিছে, সেই ভাষাবোৰৰ লেখন-পদ্ধতি বা বাণন-পদ্ধতি বা আখৰ-জোঁটনিৰ হঠাৎ বিশিষ্টধ্বনিৰ দোহাই দি পৰিৱৰ্তন



কৰিবলৈ দুই-এজনৰ বাহিৰে বোধকৰো কোনোৱে আগ্রহান্বিত নহ'ব। এনে ঐতিহ্যপূৰ্ণ ভাষা এটাৰ লেখন-পদ্ধতিত কিবা যদি অযুক্তিসঙ্গত কথা থাকে সেইখিনি আঁতৰাই এটা শৃঙখলালৈ আনিবলৈ যত্ন কৰিব লাগে। লগতে চলিত পদ্ধতিত থকা অনাৱশ্যকীয় যেন বোধ হোৱা ৰীতি কিছুমান পৰিহাৰ কৰি সহজীকৰণ বা সৰলীকৰণৰ বাবে চেষ্টা চলাব লাগে।

অসমীয়া ভাষাটো এনে এটা ঐতিহ্যপূৰ্ণ ভাষা। এই ভাষাৰ লেখন-পদ্ধতিৰ ভিত্তি হৈছে খৃষ্টীয় পঞ্চম শতিকা আৰু তাৰ পৰৱৰ্তী সময়ত পোৱা অনেক শিলালিপি, তামৰফলি আদিৰ আখৰৰ বিকশিত ৰূপে সৃষ্টি কৰা স্বকীয়া অসমীয়া লিপি বা স্বকীয়া অসমীয়া বৰ্ণমালা। এই বৰ্ণমালাত হাজাৰ হাজাৰ হাতে-লেখা অসমীয়া আৰু সংস্কৃত সাঁচিপতীয়া পুথি সংৰক্ষিত হৈছে। ইয়াৰেই ছপা ৰূপত অলেখ অসমীয়া পুথি ওলাইছে আৰু ওলাই আছে। অৱশ্যে অসমীয়া ভাষাৰ বাণন-পদ্ধতিৰ কোনো কোনো ঠাইত এটা সুশৃঙ্খল ব্যৱস্থাৰ অভাৱ পৰিলক্ষিত হৈ আছে। যুক্তিযুক্তভাৱে নিৰীক্ষণ কৰি অগ্রসৰ হ'লে এই অভিযোগ যে আঁতৰি যাব তাত কোনো সন্দেহ নাই। তাৰ কাৰণে এটা ক'তো নোহোৱা ৰীতি অৱলম্বন কৰিবলৈ যোৱাটো বাঞ্ছনীয় নহ'ব। চন্দ্রকুমাৰ আগৰৱালাৰ ভাষাত ক'বলৈ হ'লে "য'ত অলপ লৰচৰ কৰিলেই হয় তাত আড়ম্বৰ নকৰাই উচিত; তেহে সৰহ ভাগ লোকে তাক গ্রহণ কৰিবলৈ সুবিধা পাব।"

অসমীয়া বাণন-পদ্ধতিৰ সংশোধন কৰিবলৈ হ'লে অসমীয়া ভাষাত কেনে ধৰণৰ কোন কোন ভাষাৰ শব্দ আছে, সেই কথালৈ প্রথমতে চকু দিব লাগিব; তাৰ পাছত সেইবোৰক কেনে ধৰণে লেখিলে ভাল হ'ব চাব লাগিব। অসমীয়া ভাষাত প্রচলিত শব্দবোৰৰ ভিতৰত সৰহ সংখ্যক শব্দ হৈছে সংস্কৃতীয়া। সংস্কৃতীয়া শব্দ বুলিলে তৎসম, অৰ্ধতৎসম আৰু তদ্ভৱ শব্দবোৰকে বুজিব লাগিব। যদিও সূক্ষ্ম ধ্বনিবৈজ্ঞানিক দৃষ্টিৰে চালে অসমীয়াত তৎসম শব্দ নাই বুলিয়েই ক'ব পাৰি, তথাপি লেখন-পদ্ধতিত তৎসম শব্দৰ প্রচুৰ ব্যৱহাৰ চলি আছে। নানা জ্ঞান-বিজ্ঞানৰ পুথি-পাঁজি অসমীয়াত ৰচনা কৰিবলৈ ওলোৱা সময়ত আৰু অসমীয়া ভাষাই ৰাজ্য-ভাষা আৰু শিক্ষাৰ মাধ্যমৰ ভাষাৰূপে স্থান অধিকাৰ কৰা সময়ত এনে শব্দবোৰৰ প্রয়োগ দিনে দিনে বাঢ়ি আহিছে। এনে ক্ষেত্রত সেই শব্দবোৰক সংস্কৃতৰ মূল ৰূপ অনুযায়ী লেখিলে বেছি যুক্তিসঙ্গত হ'ব আৰু বৰ্তমান সময়ত সেইবোৰ লেখাত যি ধৰণৰ বিশৃঙ্খলতা দেখা গৈছে তাৰ অন্ত পৰিব, ছপাৰ কামতো সুবিধা হ'ব, ন শিকাৰুসকলেও অযথা কিছুমান আখৰ

শিকাৰ পৰা সকাহ পাব। সচৰাচৰ ব্যৱহাৰ হোৱা তৎসম শব্দবোৰ এনেকুৱা :

সূৰ্য, কাৰ্য, প্ৰৱাহ, প্ৰৱেশ, প্ৰবল, প্ৰবন্ধ, সৰিতা, সুৱিধা, মহত্ত্ব, অৰ্ঘ্য, সান্ধ্য, কাৰ্তিক, জীৱ, শিৱ, উৰ্দ্ধ, নিৰ্ধাৰণ, ধৰ্ম, কৰ্ম আদি। অৰ্ধতৎসম শব্দবোৰ লেখোঁতেও তৎসম ৰূপ অনুযায়ী লেখিব লাগিব ; যেনে, কৃষি, কিবিষি ; হৰ্ষ, হৰিষ ; শ্লাঘা ; শলাগ ; শগুন। তদ্ভৱ শব্দবোৰ লেখোঁতে সংস্কৃতৰ পৰা প্ৰাকৃতৰ মাজেদি আহোঁতে শব্দবোৰে যি ৰূপ লৈছিল সেই অনুযায়ী লেখিব লাগিব ; যেনে, সং. ফাল্গুন, প্ৰা. ফগ্‌গুন, অস. ফাগুন ; সং. পৰ্ণ, প্ৰা. পণ্ণ, অস. পাণ, পাণ-বজাৰ।

হেমচন্দ্ৰ বৰুৱাই এঘাৰ কথা লেখি গৈছে : "আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়। প্ৰথমে উচ্চাৰণ অনুসৰি, দ্বিতীয়ত মূল শব্দৰ দৰে, তৃতীয়ত জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে।" 'জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে' বা প্ৰচলিত নিয়ম মতে যে কিছুমান শব্দ লেখিব লাগিব তাক তুই কৰিব নোৱাৰি। কিন্তু এক সময়ত গৈ আমি যুক্তিৰ ওপৰত সম্পূৰ্ণ ভিত্তি কৰিহে শৃঙ্খলাৰ পিনে আগ বাঢ়িলে ভাল হ'ব। প্ৰচলিত নিয়ম অনুসৰি যিবোৰ শব্দৰ প্ৰচলন বেছি সেইবোৰক বিকল্পৰূপে এতিয়া চলাব পাৰোঁ ; যেনে, কবি, কৱি ; ফাগুন, ফাগুণ ; হিচাপ, হিছাপ ; চাহাব, ছাহাব ; চহৰ, ছহৰ ; চৰকাৰ, ছৰকাৰ ; আচল, আছল ; মচলা, মছলা ইত্যাদি। প্ৰচলিত নিয়মৰ অধীনলৈ আহি কিছুমান তৎসম শব্দকো পৰিৱৰ্তিত ৰূপত ব্যৱহাৰ কৰিবলগীয়া হৈছে। বিশেষকৈ সংস্কৃতৰ 'ৱ'ৰ ক্ষেত্ৰত। সংস্কৃত শব্দৰ আৰম্ভণিত থকা 'ৱ' আৰু অন্য বৰ্ণৰ লগত যুক্ত 'ৱ' অসমীয়াত 'ব' ৰূপেহে লেখা হয় ; যেনে, বেদ, বিদ্যা, বিশ্ব, কাব্য, দিব্য, গৰ্ব, প্ৰবৃত্তি, প্ৰভাৱান্বিত। কোনো শব্দৰ আগত উপসৰ্গ বা আন স্বাধীনভাৱে অৰ্থ থকা শব্দ যোগ হ'লেও আৰম্ভণিৰ 'ৱ', 'ব' হৈয়ে থাকিব ; যেনে, অবিৰাহিত, কৰ্তৃবাচ্য, বিশ্ববিদ্যালয়, প্ৰবঞ্চনা। শব্দৰ শেষত লগ লগা প্ৰত্যয়সূচক তৎসম শব্দৰ 'ৱ' হ'লে 'ৱ' হৈয়ে থাকিব ; যেনে, গণতন্ত্ৰৱাদ, বহুত্ববাদ, গান্ধীৱাদ। সংস্কৃতৰ 'য'ক শব্দৰ আৰম্ভণিত 'য' ৰূপেৰে লেখা হয় ; যেনে, যোগ, যোগী, যজ্ঞ, যৱনিকা, যুক্ত, যোজনা। শব্দৰ মাজ বা শেষত হ'লে 'য'ক 'য়'ৰূপে লেখা হয় ; যেনে, জয়, আয়োজন, প্ৰয়োজন, নিয়োগ, বিয়োগ, আয়োগ, প্ৰয়োগ। কিছুমান ব্যতিক্ৰমো আছে ; যেনে, সংযোগ, সংযুক্ত, সংযোজনা, প্ৰযোজনা।



অসমীয়াৰ বৰ্তমানৰ বাণন-পদ্ধতিত তদ্ভৱ শব্দৰ ক্ষেত্ৰত যথেষ্ট বিশৃঙ্খলতা দেখা যায় 'ই' আৰু 'ঈ'ৰ ক্ষেত্ৰত। ইয়াতো এটা নিৰ্ধাৰিত নীতি ল'ব পাৰি। যিবোৰ শব্দৰ অন্তত মূল সংস্কৃতত -ইকা আছে সেইবোৰক ঈকাৰান্ত হিছাপে লেখিব লাগে ; যেনে, কটাৰী, সং. কৰ্ত্তাৰিকা ; শেৱালী, সং. শেফালিকা ; কুঁৱলী, সং. কুহেলিকা ; বাঢ়নী, সং. ৱৰ্ধনিকা ; বাৰী, সং. ৱাটিকা। অন্য ক্ষেত্ৰত ইকাৰান্তৰূপে লেখিব লাগে ; যেনে, পোৱালি, ওকণি, ওৱণি, বিচনি, পাহি। যিবোৰ শব্দ বিশেষ্য আৰু বিশেষণ দুয়োভাৱে ব্যৱহাৰ হ'ব পাৰে সেইবোৰৰ বিশেষ্য ৰূপত ইকাৰান্ত আৰু বিশেষণ হ'লে ঈকাৰান্ত ৰূপত লেখিব লাগে ; যেনে, আৰম্ভণি, কিন্তু আৰম্ভণী গীত ; সোঁৱৰণি, কিন্তু সোঁৱৰণী গ্ৰন্থ। বিশেষণাত্মক শব্দবোৰো ঈকাৰান্ত ৰূপেহে লেখা হয় ; যেনে, কপাহী কাপোৰ। এই নীতি অনুসৰি মুকলী অধিৱেশন, চুটী গল্প আদিহে হোৱা উচিত। কৰ্তা অৰ্থত ব্যৱহাৰ হোৱা ইকাৰ ঈকাৰ হিছাপে লেখা হয় ; যেনে, দোকানী, চুৰৰী, ভাৰী, তামুলী, তামুলী। জাতি বুজোৱা শব্দক ঈ হিছাপে লেখিব লাগে ; যেনে, বগলী, ছাগলী, ভেকুলী, বাদুলী, কাউৰী। শাক-পাচলি, গছ-লতিকা বুজোৱা শব্দবোৰ ঈকাৰান্ত ৰূপে লেখা হয় ; যেনে, উৰহী, কোৱাভাতুৰী, ধুন্দুলী, কেতেকী, কেঁতুৰী। কোনো ঠাইৰ অধিবাসীসকলক বুজোৱা শব্দৰ 'ই'ক ঈ হিছাপে লেখা নিয়ম আছে ; যেনে, নেপালী, কাবুলী। কেতিয়াবা সম পৰ্যায়ৰ শব্দবোৰৰ সাদৃশ্যত কোনো এটা শব্দক সেই ধৰণে লেখিব লাগিব ; যেনে, অথৱা, নতুৱাৰ সাদৃশ্যত নাইৱা লেখাটো যুক্তিসঙ্গত হ'ব। হেমচন্দ্ৰ বৰুৱাৰ ভাষাতে ক'বলৈ হ'লে "দুটা বা অধিক শব্দৰ বৰ্ণবিন্যাস একে হ'লে সিহঁতৰ এটাক আনটোৰ পৰা পৃথক কৰিব নোৱৰাৰ নিমিত্তে কোনো ঠাইত পঢ়োতাৰ মনত আশঙ্কা জন্মিব পাৰে। এতেকে প্ৰত্যেক শব্দৰ বৰ্ণবিন্যাস বেলেগ হ'ব লাগে ; যেনে, হাড় আৰু হাৰ।" উচ্চাৰণৰ দৃষ্টিৰে চাই কোনো শব্দত 'ড়' আৰু 'ৰ'ক বিকল্প হিছাপে ব্যৱহাৰ কৰিব পাৰি ; যেনে, গুড় আৰু গুৰ।

কেতিয়াবা কোনো এটা শব্দক এঠাইত এক ধৰণে আৰু আন এঠাইত অলপ সলনি কৰা ৰূপত লেখিবলগীয়া হয়। পাছ আৰু পিছ শব্দ দুটা এনে ধৰণৰ। লেখক আৰু লিখক শব্দ দুটাৰ বিষয়ে বহুতে নানা কথা কয়। আচলতে লেখকটো সংস্কৃতৰ শুদ্ধ ৰূপ। তাৰোপৰি আৰু ওপৰোক্ত এই দুটা শব্দৰ কিছু প্ৰচলন হৈছে যদিও শব্দ দুটাৰ গঠনত প্ৰত্যেকৰে এটা অংশ অসমীয়া আৰু আন এটা অংশ সংস্কৃত। গতিকে সিহঁতৰ ঠাইত সংস্কৃতমূলক

তদুপৰি আৰু উপৰ্যুক্ত শব্দ দুটাহে ব্যৱহাৰ কৰা উচিত। উল্লেখিত শব্দটোও দোষমুক্ত নহয়। তাৰ ঠাইত উল্লিখিত ৰূপটোহে চলিব লাগে। এইথিনিতে অসমীয়াত প্ৰচলিত ণৰ ব্যৱহাৰৰ কথাটো চাবলগীয়া। সংস্কৃতৰ কোনো শব্দত ঋ, ৰ, ষৰ পাছত থকা ন, ণ হৈছে। অসমীয়াতো নীতিগতভাৱে এই কথা মানি লোৱা হৈছে। সেই অনুযায়ী সংস্কৃতমূলক নোহোৱা সত্ত্বেও কিছুমান শব্দত নৰ ঠাইত ণ লেখা হয়, যেনে, বৰঙণি, পাহৰণি, বেঙণি, জিৰণি। কিন্তু স্ত্ৰীবাচক নীৰ 'ন'ক হ'লে ণ কৰা নহয়, যেনে ৰূমাবনী, মাষ্টৰনী।

সংস্কৃতীয়া শব্দৰ উপৰি অসমীয়াত অসমীয়া ব্যাকৰণ অনুযায়ী কিছুমান শব্দৰ পৰা আন কিছুমান শব্দৰ সৃষ্টি হৈছে। তেনে শব্দবোৰতো শৃঙ্খলাৰ অভাৱ দেখা যায়। সেইবোৰক একে সাঁচত লেখিব লাগে; যেনে, উজা-অনি, উজনি; বুজ্-অনি, বুজনি; নাম্-অনি, নামনি। গতিকে জান্-অনি, জাননি হোৱাহে বাঞ্ছনীয়। তেনেকৈ গুন-গুন-অনি, গুন-গুননি। ইয়াত গুনৰ নটো মূৰ্ধন্য কৰাৰ কোনো কাৰণ নাই; কাৰণ এই শব্দটো ধ্বন্যাত্মক শব্দহে, সংস্কৃত গুণ শব্দৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। এনে ধৰণৰ আন শব্দও আছে।

অসমীয়ালৈ অনেক বিদেশী শব্দ আহিছে আৰু আহি আছে। সেইবোৰক কেনে ধৰণে লেখিব লাগে সেইটোও এটা সমস্যা। এই বিদেশী শব্দবোৰৰ কিছুমান ইংৰাজী ভাষা আৰু তাৰ মাজেৰে অহা ইউৰোপীয় বা আন ভাষাৰ শব্দ। কিছুমান আকৌ হিন্দী ভাষাৰ মাজেদি অহা আৰবী-পাৰছী-তুৰ্কী শব্দ আছে। এই শব্দবোৰ লেখোঁতে প্ৰধানকৈ চকু দিবলগীয়া কথা হৈছে সেইবোৰত থকা 'c' আৰু 's' ধ্বনিৰ পাৰ্থক্য। বৰ্তমান সময়ত এই ক্ষেত্ৰত কোনো সুশৃঙ্খল ব্যৱস্থা অৱলম্বন কৰা হোৱা নাই। সেই কাৰণে লেখা হয় সি পাছ (pass) কৰিলে। কিন্তু গিলাচ (glass) এটা আনা। আমি লেখিছোঁ ইচলাম ধৰ্ম; কিন্তু মুছলমানসকল। আছলতে এই দুয়োটা শব্দৰ মূল হ'ল ক্ৰমে ইসলাম আৰু মুসলমান। এই শব্দবোৰৰ এটা সুশৃঙ্খল ব্যৱস্থা হাতত ল'বলৈ হ'লে যিবোৰ ইংৰাজী আৰু তাৰ মাজেৰে অহা আন বিদেশী ভাষাৰ শব্দত 'c' ধ্বনি আছে সেই 'c' ধ্বনিৰ অসমীয়াত 'চ' আখৰেৰে আৰু 's' বা 's' জাতীয় ধ্বনিক 'ছ'ৰে লেখিব লাগে। হিন্দী, আৰবী, পাৰছী, তুৰ্কী আদি শব্দৰ ক্ষেত্ৰত 'চ, ছ' ধ্বনিক অসমীয়া 'চ' আখৰেৰে আৰু শ, ষ, স ধ্বনিক অসমীয়া 'ছ' আখৰেৰে লেখিব লাগে। সেই অনুযায়ী সচৰাচৰ ব্যৱহাৰ হোৱা কিছুমান শব্দক এনে ধৰণে লেখাটো যুক্তিযুক্ত হ'ব; যেনে, ইছলাম, খৰচ,



হিছাপ, দৰাছল, ছাহাব, চছমা, ছন, বেছি, গিলাছ, পুলিছ, পাছ, বাছ, চৰ্চ, ক্লাছ, ছাব ইত্যাদি। বিদেশী শব্দবোৰ লেখোঁতে অৱশ্যে হ্ৰস্ব আৰু দীৰ্ঘ স্বৰধ্বনিৰ ঠাইত হ্ৰস্ব ৰূপকে গ্ৰহণ কৰিব লাগে। 'ৰ'ৰ পাছত 'ন' থাকিলেও বিদেশী শব্দত ণ নেলেখাই যুগুত; যেনে, জাৰ্মান, কোৰান, ইৰান। ইংৰাজী আৰু তাৰ মাজেদি অহা আন বিদেশী শব্দৰ t, d ধ্বনি ট, ড ৰূপে আৰু w, y ধ্বনিক ৱ, য় ৰূপে লেখিব লাগে, যেনে, ইংলণ্ড, ৱৰ্ডছৱৰ্থ, নিউয়ৰ্ক।

ওপৰৰ আলোচনাত বাণন সম্পৰ্কীয় নীতি কেতবোৰ উল্লেখ কৰা হ'ল। এইবোৰৰ বাহিৰেও আৰু নিশ্চয় কিছুমান সমস্যা উপস্থিত হ'ব। সেইবোৰকো সুচিন্তিতভাৱে এটা শৃঙ্খলালৈ আনিবলৈ যত্নপৰ হ'লে প্ৰচলিত বৰ্ণমালাৰে জটিলতা পৰিহাৰ কৰি যি কোনো শব্দকে লেখিবলৈ সক্ষম হ'ব পৰা যাব। সুশৃঙ্খল পদ্ধতি এটা অৱলম্বন কৰি খ্যাতি-সম্পন্ন লোকসকলে লেখিবলৈ ল'লে আৰু বাতৰি-কাকত, আলোচনী আদিৰ সম্পাদকসকলে সেইবোৰ গ্ৰহণ কৰিলে অলপ সময়ৰ ভিতৰতে অসমীয়া বাণনে এটা স্থায়ী ৰূপ ল'বলৈ সমৰ্থ যে হ'ব তাত অকণো সন্দেহ নাই। তাৰ লগতে সুশৃঙ্খল বাণন-পদ্ধতি অনুসৰণ কৰি লেখা অভিধান কিছুমান ওলাব লাগিব।

বাণন শব্দটো সংস্কৃত বৰ্ণন শব্দৰ পৰা উদ্ভৱ হোৱা। কোনো এটা ভাষাৰ বাণন-পদ্ধতিৰ লগত আন এটা কথাও সাঙোৰ খাই আছে। সেইটো হৈছে কোনটো শব্দৰ লগত কোনটো অংশ একেলগে লেখিব লাগিব। অসমীয়াত এই ক্ষেত্ৰতো শৃঙ্খলাৰ অভাৱ হৈ আছে। কোনো শব্দৰ পাছত যোগ হোৱা প্ৰত্যয়বোৰ সেই শব্দটোৰ লগত লেখিব লাগে; যেনে, মানুহবোৰ, মানুহবোৰৰ; ছাত্ৰসকল, ছাত্ৰসকলৰ। কিন্তু যিবোৰ পৰসৰ্গ সেইবোৰ মূল শব্দটোৰ পৰা আঁতৰাই লেখাহে যুক্তিযুক্ত; যেনে, মানুহৰ পৰা, মানুহৰ দ্বাৰা, মানুহৰ কাৰণে, খালোঁ হেঁতেন, আহিল হবলা, জানা নে, চাবা নেকি, জানা জানো ইত্যাদি। যিবোৰ ৰূপৰ সংযোগে বাক্যত এটা ৰূপ হিছাপে কাম কৰে সেইবোৰক একেলগে লেখিব লাগে; যেনে, ক'বলগীয়া, তেনেহ'লে, ভালভাৱে, তেনেদৰে।

অসমীয়া 'অ' ধ্বনিটো যি যি ক্ষেত্ৰত আপোনা-আপুনি উদ্ভৱ হোৱা নাই সেই সেই ক্ষেত্ৰত ' , ' চিহ্নৰ দ্বাৰা সূচনা থাকিলে ভাল। স্বৰসঙ্গতি অনুযায়ী অনেক ক্ষেত্ৰত অ ধ্বনি অ' ধ্বনিলৈ ৰূপান্তৰিত হয়; যেনে, বাত'ৰি, ঘ'ৰুৱা। এনে ক্ষেত্ৰত ',' ব্যৱহাৰ নকৰি ক'ত, হ'ল, গ'ল, হ'ব, ক'ব, ৰ'ব, ক'ম, ৰ'ম,

ম'হ আদি শব্দত ',' ব্যৱহাৰ কৰাটো উচিত। তেতিয়া হ'লে একে বাণন অথচ ভিন্ন অৰ্থৰ শব্দবোৰেৰে সৈতেও এটা পাৰ্থক্য ৰক্ষিত হ'ব ; যেনে, কত, ক'ত ; যত, য'ত, মহ, ম'হ। সংযুক্ত আৰু প্ৰতিধ্বন্যাত্মক শব্দৰ ক্ষেত্ৰত যোগৰেখা ( হাইফেন ) ব্যৱহাৰ কৰিব লাগে ; যেনে, হাত-দীঘল, ভাত-কাপোৰ, মানৱ-সেৱা, ডা-ডাঙৰীয়া, চা-চিনাকি। পুনৰুক্ত শব্দৰ ক্ষেত্ৰত এনে চিন ব্যৱহাৰ কৰাৰ কাৰণ নাই ; যেনে, কৈ কৈ, ঘৰে ঘৰে, মনে মনে। প্ৰচলিত নিয়ম অনুযায়ী হঠাৎ, তৎক্ষণাৎ, অৰ্থাৎ, তৎসম আদি শব্দতহে 'ৎ' ব্যৱহাৰ কৰা উচিত। ঙ্ক, ঙ্খ, ঙ্গ, ঙ্ঘ আদি যুক্তাক্ষৰৰ ঙৰ ঠাইত 'ং' নেলেখাই ভাল ; যেনে, শঙ্কৰ, শঙ্খ, সঙ্গ, সঙ্ঘ।

অসমীয়া লেখকসকলৰ ওপৰতে অসমীয়া বাণন-পদ্ধতিৰ স্থিৰ ৰূপটো নিৰ্ভৰ কৰিছে। তেওঁলোকে কোনো ৰচনাত প্ৰবৃত্ত হোৱাৰ লগতে অসমীয়া ভাষাটোৰ গঠন-পদ্ধতি, সংস্কৃতমূলক শব্দবোৰৰ মূল আৰু বিদেশী শব্দবোৰৰ আঁতি-গুৰি আদিৰ বিষয়ে সম্যক জ্ঞান আয়ত্ত কৰিব লাগিব। ভাষা এটাৰ ( মাতৃভাষা হ'লেও ) সম্যক জ্ঞান লাভ কৰা কষ্ট-সাধ্য। ইয়াৰ কাৰণেও সাধনা লাগে।

### (৩) অসমীয়া ভাষাৰ সংস্কৃত-স্তৰ

১ অসমীয়া ভাষাত কথিত আৰু লিখিত দুয়োটা ৰূপতে অনেক সংস্কৃতীয়া প্ৰয়োগ চলি আছে। সেইবোৰৰ সম্যক জ্ঞান জন্মিবলৈ হ'লে সংস্কৃত ব্যাকৰণৰ কিছুমান কথা জনাটো অপৰিহাৰ্য হৈ উঠে। সত্যনাথ বৰাই লেখিছে "অসমীয়া ভাষাত সংস্কৃত শব্দ প্ৰচুৰ পৰিমাণে ব্যৱহাৰ হয় আৰু সেই শব্দবিলাকৰ ভিতৰত অনেক সন্ধি আছে। তেনেবিলাক শব্দৰ ব্যাখ্যাৰ নিমিত্তে সন্ধিৰ নিয়ম প্ৰয়োজন।" সন্ধিৰ উপৰিও সংস্কৃতৰ বৰ্ণমালা, ণত্ব-ষত্ব-বিধান, সংখ্যাবাচক শব্দ, বিশেষণৰ তুলনা, কৃৎ-তদ্ধিত-স্ত্ৰী প্ৰত্যয় আৰু উপসৰ্গৰ বিষয়ে এটা স্পষ্ট ধাৰণাৰ আৱশ্যক। তলত প্ৰত্যেকৰে সংক্ষিপ্ত আলোচনা দিয়া হ'ল।

২ **সংস্কৃতৰ বৰ্ণমালা :** সংস্কৃতত সৰ্বমুঠ আঠচল্লিশটা বৰ্ণ আছে। সেইবোৰৰ ভিতৰত তেৰটা স্বৰবৰ্ণ আৰু পঁয়ত্ৰিশটা ব্যঞ্জনবৰ্ণ। স্বৰবৰ্ণৰ ভিতৰত অ, ই, উ, ঋ, ঌ এই পাঁচোটা হ্ৰস্ব। আ, ঈ, ঊ, ৠ, এ, ও এইকেইটো দীৰ্ঘ স্বৰ। ঐ আৰু ঔ দ্বিস্বৰ। স্বৰবৰ্ণৰ গুণ আৰু বৃদ্ধি ৰূপো আছে। ব্যঞ্জনবৰ্ণৰ ভিতৰৰ 'ক'ৰ পৰা 'ম'লৈকে এই পঁচিশটাক স্পৰ্শবৰ্ণ বোলে।



স্পৰ্শবৰ্ণবোৰক আকৌ পাঁচোটা ভাগত ভগাই প্ৰত্যেকৰে প্ৰথম বৰ্ণ অনুযায়ী পাঁচোটা বৰ্গৰ নামকৰণ কৰা হৈছে। শ, ষ, স, হ এইকেইটা বৰ্ণ উষ্মবৰ্ণ। উষ্মবৰ্ণ আৰু স্পৰ্শবৰ্ণৰ মাজত থকা য, ৰ, ল, ৱ এইকেইটা বৰ্ণ অন্তঃস্থ বৰ্ণ। ং ( অনুস্বাৰ ) আৰু ঃ ( বিসৰ্গ ) এই দুটা বৰ্ণৰ নাম অযোগৱাহ বৰ্ণ। স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণৰ ভিতৰত সিহঁতৰ যোগ বা উল্লেখ নাই কিন্তু 'ৱাহ' বা ব্যৱহাৰ আছে সেই কাৰণে অযোগৱাহ। সংস্কৃতত বৰ্ণ আৰু ধ্বনিৰ মাজত পাৰ্থক্য নাই। স্পৰ্শবৰ্ণৰ ভিতৰত প্ৰত্যেক বৰ্গৰ প্ৰথম, দ্বিতীয় বৰ্ণ আৰু শ, ষ, স এইকেইটা বৰ্ণ বা ধ্বনি অঘোষ। বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ আৰু য, ৰ, ল, ৱ, হ এই কেইটা বৰ্ণ বা ধ্বনি ঘোষ। বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ মহাপ্ৰাণ। বৰ্গৰ প্ৰথম, তৃতীয় আৰু পঞ্চম বৰ্ণ অল্পপ্ৰাণ।

২.১ **স্বৰবৰ্ণ :** অ আ ই ঈ
উ ঊ ঋ ৠ ঌ
এ ঐ ও ঔ।

স্বৰবৰ্ণবোৰক আৰু তলৰ তালিকা অনুযায়ীও ভাগ কৰিব পাৰি :

| সবল স্বৰবৰ্ণ | গুণ স্বৰবৰ্ণ | বৃদ্ধি স্বৰবৰ্ণ |
|---|---|---|
| অ, আ | অ | আ |
| ই, ঈ | এ | ঐ |
| উ, ঊ | ও | ঔ |
| ঋ, ৠ | অৰ্ | আৰ্ |
| ঌ | অল্ | × |

**২.২ ব্যঞ্জন বৰ্ণ :**

**স্পৰ্শবৰ্ণ :** ক খ গ ঘ ঙ — ক বৰ্গ।
চ ছ জ ঝ ঞ — চ বৰ্গ।
ট ঠ ড ঢ ণ — ট বৰ্গ।
ত থ দ ধ ন — ত বৰ্গ।
প ফ ব ভ ম — প বৰ্গ।

**অন্তঃস্থবৰ্ণ :** য ৰ ল ৱ।
**উষ্মবৰ্ণ :** শ ষ স হ।
**অযোগৱাহবৰ্ণ :** ং ঃ ঁ।

ব্যঞ্জনবৰ্ণবোৰক তলৰ তালিকা অনুযায়ীও ভাগ কৰিব পাৰি :

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| কণ্ঠ্য বৰ্ণ | ক | খ | গ | ঘ | ঙ | হ | |
| তালব্য বৰ্ণ | চ | ছ | জ | ঝ | ঞ | য | শ |
| মূৰ্ধন্য বৰ্ণ | ট | ঠ | ড | ঢ | ণ | ৰ | ষ |
| দন্ত্য বৰ্ণ | ত | থ | দ | ধ | ন | ল | স |
| ওষ্ঠ্য বৰ্ণ | প | ফ | ব | ভ | ম | ৱ | |

৩ **ণত্ববিধি :** কোনো শব্দত ঋ, ৠ, ৰ, ষ বৰ্ণৰ পাছত দন্ত্য ন থাকিলে আৰু দন্ত্য 'ন'ৰ পাছত স্বৰবৰ্ণ, ন, ম, য, ৱ থাকিলে দন্ত্য নটো মূৰ্ধন্য ণ হয়। একে পৰিস্থিতিতে ঋ, ৠ, ৰ, ষ, আৰু 'ন'ৰ মাজত স্বৰবৰ্ণ, কণ্ঠ্য বৰ্ণ, ওষ্ঠ্য বৰ্ণ, য আৰু অনুস্বাৰ থাকিলেও ন, ণ হ'ব। এই ক্ষেত্ৰত ঋ, ৠ, ৰ, ষ, আৰু 'ন'ৰ মাজত কিমান সংখ্যক বৰ্ণ থাকিব পাৰে তাৰ কোনো নিৰ্ধাৰিত সীমা নাই। উদাহৰণ স্বৰূপে ৰামায়ণ শব্দটোত ৰ আৰু 'ণ'ৰ মাজত পাঁচোটা বৰ্ণ



আছে। ওপৰৰ কথাখিনি তলত দিয়া অনুযায়ী তালিকাভুক্তভাৱে দেখুৱাব পাৰি :

| | | | |
|---|---|---|---|
| ঋ<br>ৠ<br>ৰ<br>ষ | মাজত (স্বৰবৰ্ণ, কণ্ঠ্য বৰ্ণ, ওষ্ঠ্য বৰ্ণ, য আৰু ং) থাকিলেও | ন>ণ | যদি পাছত (স্বৰবৰ্ণ, ন, ম, য, ৱ) থাকে। |

৩.১ ণত্ববিধি অনুযায়ী সিদ্ধ হোৱা শব্দ কেইটামান এনেকুৱা : ঋণ, তৃণ, বৰ্ণ, কাৰণ, অৰুণ, কৃপণ, গ্ৰহণ, ব্ৰাহ্মণ, বাৰণ, নাৰায়ণ, উত্তৰায়ণ, পৰায়ণ, শূৰ্পণখা, পূৰ্বাহ্ণ, পৰাহ্ণ, অপৰাহ্ণ, প্ৰণাম, প্ৰণয়, পৰিণাম, পৰিণতি, প্ৰণতি, পৰিণয়, প্ৰণিপাত, প্ৰণিধান, প্ৰয়াণ, প্ৰমাণ, পৰিমাণ। কিছুমান শব্দত অৱশ্যে ন, ণ নহয় ; যেনে, ৰঘুনাথ, ৰঘুনন্দন, হৰিনাৰায়ণ, ত্ৰিনয়ন, ত্ৰিনেত্ৰ, সৰ্বনাম, দুৰ্নাম। কিছুমান শব্দৰ ন স্বভাৱতে মূৰ্ধন্য ; যেনে, বাণিজ্য, কণ, গুণ, শণ, বাণী, বাণ, বেণু, বীণা, মণি, কোণ, ফণা, নিপুণ, কল্যাণ, গৌণ, শোণিত, পুণ্য ইত্যাদি।

৪ **ষত্ববিধি :** অ, আ বৰ্ণৰ বাহিৰে আন স্বৰবৰ্ণ আৰু ক, ৰ বৰ্ণৰ পাছত দন্ত্য স থাকিলে আৰু দন্ত্য 'স'ৰ পাছত স্বৰবৰ্ণ, ত, থ, ন, ম, য, ৱ থাকিলে দন্ত্য 'স'টো মূৰ্ধন্য 'ষ' হয়। একে পৰিস্থিতিতে অ, আ বৰ্ণৰ বাহিৰে আন স্বৰবৰ্ণ, আৰু 'স'ৰ মাজত ং, ঃ থাকিলেও স, ষ হ'ব। ইয়াকো তলত দিয়া অনুযায়ী তালিকাভুক্তভাৱে দেখুৱাব পাৰি :

| | | | |
|---|---|---|---|
| (অ, আ বৰ্ণৰ বাহিৰে আন) স্বৰবৰ্ণ<br>ক<br>ৰ | অ, আ ভিন্ন স্বৰৰ পাছত (ং, ঃ) থাকিলেও | স>ষ | যদি পাছত (স্বৰবৰ্ণ, ত, থ, ন, ম, য, ৱ) থাকে। |

৪.১ ষত্ববিধি অনুযায়ী সিদ্ধ হোৱা শব্দ কেইটামান এনেকুৱা : শ্ৰদ্ধাস্পদেষু, শ্ৰীচৰণেষু, বিষাদ, নিষেধ, বিষণ্ণ, অভিষেক, প্ৰতিষ্ঠা, অনুষ্ঠান, ভূমিষ্ঠ, অঙ্গুষ্ঠ, গোষ্ঠ, যুধিষ্ঠিৰ, চাক্ষুষ, ভবিষ্যত। কিছুমান ব্যতিক্ৰমো নোহোৱা নহয় ; যেনে, বিসৰ্গ, বিস্ময়, বিসৰ্জন, পৰিস্থিতি, অনুসৰণ, ধূলিসাৎ, ভূমিসাৎ। কিছুমান শব্দত স্বভাৱতে মূৰ্ধন্য ষ ব্যৱহাৰ হয় ; যেনে, ভাষা, পুষ্প, আষাঢ়, পাষাণ ইত্যাদি।

৫ **সন্ধি :** এটা শব্দৰ শেষ বৰ্ণ আৰু আন এটা শব্দৰ আদি বৰ্ণ লগ লাগি যি পৰিৱৰ্তন ঘটে তাকে সন্ধি বোলে। ইয়াত শব্দ বুলি কওঁতে কোনো মুক্ত

ৰূপকে বুজোৱা হৈছে। কিন্তু কোনো কোনো ক্ষেত্ৰত মুক্তৰূপ আৰু যুক্তৰূপৰ ভিতৰতো সন্ধি হয়; যেনে, উৎ+ছেদ=উচ্ছেদ, শে+অন=শয়ন। স্বৰবৰ্ণৰ স্বৰবৰ্ণৰ লগত, ব্যঞ্জনবৰ্ণৰ ব্যঞ্জনবৰ্ণৰ লগত আৰু ব্যঞ্জনবৰ্ণৰ স্বৰবৰ্ণৰ লগত সন্ধি হয়। সন্ধি হ'লে কেতিয়াবা সন্ধি হোৱা দুয়োটা বৰ্ণ একে লগ লাগে, কেতিয়াবা আগৰটো বৰ্ণ বিকৃত হয়, কেতিয়াবা পাছৰটো বিকৃত হয় কেতিয়াবা দুয়োটা বৰ্ণই বিকৃত হয়। কোনো কোনো ক্ষেত্ৰত আগৰ বৰ্ণ আৰু কোনো কোনো ক্ষেত্ৰত পাছৰ বৰ্ণ লোপ হয়। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হৈছে। স্বৰবৰ্ণৰ স্বৰবৰ্ণৰ লগত হোৱা সন্ধি স্বৰসন্ধি, ব্যঞ্জনবৰ্ণৰ ব্যঞ্জনবৰ্ণৰ লগত নাইবা ব্যঞ্জনবৰ্ণৰ স্বৰবৰ্ণৰ লগত হোৱা সন্ধি ব্যঞ্জনসন্ধি। (সন্ধিৰ উদাহৰণবোৰত (্) এই চিন নিদিয়া বৰ্ণবোৰ অকাৰান্ত বুলি ধৰিব লাগিব)।

**৬ স্বৰসন্ধি :**

(১) অ+অ=আ : নীল+অচল=নীলাচল।
হীম+অচল=হীমাচল।
শশ+অঙ্ক=শশাঙ্ক।
দেৱ+অসুৰ=দেৱাসুৰ।
দীপ=অন্বিতা=দীপান্বিতা।
গৌৰ+অঙ্গ=গৌৰাঙ্গ।
চৰ+অচৰ=চৰাচৰ।

কিন্তু কুল+অটা=কুলটা; সাৰ+অঙ্গ=সাৰঙ্গ; অন্য+অন্য=অন্যোন্য।

(২) অ+আ=আ : হিম+আলয়=হিমালয়।
ৰত্ন+আকৰ=ৰত্নাকৰ।
দেৱ+আলয়=দেৱালয়।
দীপ+আৱলী=দীপাৱলী।
দশ+আনন=দশানন।
শোক+আকুল=শোকাকুল।
কুশ+আসন=কুশাসন।
মেঘ+আচ্ছন্ন=মেঘাচ্ছন্ন।

(৩) আ+অ=আ : সীমা+অন্ত=সীমান্ত।
আশা+অতীত=আশাতীত।
আশা+অনুৰূপ=আশানুৰূপ।



(৪) আ+আ=আ : বিদ্যা+আলয়=বিদ্যালয়।
ক্ষুধা+আতুৰ=ক্ষুধাতুৰ।
উমা+আনন্দ=উমানন্দ।
সদা+আনন্দ=সদানন্দ।

(৫) ই+ই=ঈ : গিৰি+ইন্দ্ৰ=গিৰীন্দ্ৰ।
মণি+ইন্দ্ৰ=মণীন্দ্ৰ।
অভি+ইষ্ট=অভীষ্ট।
অতি+ইত=অতীত।

(৬) ই+ঈ=ঈ : ক্ষিতি+ঈশ=ক্ষিতীশ।
প্ৰতি+ঈক্ষা=প্ৰতীক্ষা।
পৰি+ঈক্ষা=পৰীক্ষা।
গিৰি+ঈশ=গিৰীশ।

(৭) ঈ+ই=ঈ : মহী+ইন্দ্ৰ=মহীন্দ্ৰ।
বলী+ইন্দ্ৰ=বলীন্দ্ৰ।

(৮) ঈ+ঈ=ঈ : গৌৰী+ঈশ্বৰ=গৌৰীশ্বৰ।
লক্ষ্মী+ঈশ=লক্ষ্মীশ।

(৯) উ+উ=ঊ : কটু+উক্তি=কটূক্তি।

(১০) উ+ঊ=ঊ : বায়ু+ঊৰ্মি=বায়ূৰ্মি।

(১১) ঊ+উ=ঊ : বধূ+উৎসৱ=বধূৎসৱ।

(১২) ঊ+ঊ=ঊ : ভূ+ঊৰ্দ্ধ—ভূৰ্দ্ধ।

(১৩) ঋ+ঋ=ৠ : ভাতৃ+ঋদ্ধি=ভাতৄদ্ধি।

(১৪) অ+ই=এ : দেৱ+ইন্দ্ৰ=দেৱেন্দ্ৰ।
উপ+ইন্দ্ৰ=উপেন্দ্ৰ।
খগ+ইন্দ্ৰ=খগেন্দ্ৰ।
হৰ+ইন্দ্ৰ=হৰেন্দ্ৰ।

(১৫) অ+ঈ=এ : গণ+ঈশ=গণেশ।
পৰম+ঈশ্বৰ=পৰমেশ্বৰ।
কাম+ঈশ্বৰ=কামেশ্বৰ।
শুক্ৰ+ঈশ্বৰ=শুক্ৰেশ্বৰ।
বাণ+ঈশ্বৰ=বাণেশ্বৰ।
ৰুদ্ৰ+ঈশ্বৰ=ৰুদ্ৰেশ্বৰ।

(১৬) আ+ই=এ : মহা+ইন্দ্ৰ=মহেন্দ্ৰ।
যথা+ইষ্ট=যথেষ্ট।
(১৭) আ+ঈ=এ : ৰমা+ঈশ=ৰমেশ।
মহা+ঈশ্বৰ=মহেশ্বৰ।
লঙ্কা+ঈশ্বৰ=লঙ্কেশ্বৰ।
(১৮) অ+উ=ও : নীল+উৎপল=নীলোৎপল।
চন্দ্ৰ+উদয়=চন্দ্ৰোদয়।
পাদ+উদক=পাদোদক।
(১৯) অ+ঊ=ও : এক+ঊনবিংশতি=একোনবিংশতি।
কিন্তু অক্ষ+ঊহিনী=অক্ষৌহিণী ; প্ৰ+ঊঢ=প্ৰৌঢ (প্ৰৌঢ়)।
(২০) আ+উ=ও : মহা+উৎসৱ=মহোৎসৱ।
গঙ্গা+উদক=গঙ্গোদক।
যথা+উপযুক্ত=যথোপযুক্ত।
(২১) আ+ঊ=ও : মহা+ঊৰ্মি=মহোৰ্মি।
গঙ্গা+ঊৰ্মি=গঙ্গোৰ্মি।
(২২) অ+ঋ=অৰ্ : দেৱ+ঋষি=দেৱৰ্ষি।
(২৩) আ+ঋ=অৰ্ : মহা+ঋষি=মহৰ্ষি।
ৰাজা+ঋষি=ৰাজৰ্ষি।
কিন্তু শোক+ঋত=শোকাৰ্ত ; তৃষ্ণা+ঋত=তৃষ্ণাৰ্ত ;
ক্ষুধা+ঋত=ক্ষুধাৰ্ত।
(২৪) অ+এ=ঐ : জন+এক=জনৈক।
(২৫) অ+ঐ=ঐ : মত+ঐক্য=মতৈক্য।
(২৬) আ+এ=ঐ : তথা+এৱচ=তথৈৱচ।
(২৭) আ+ঐ=ঐ : মহা+ঐশ্বৰ্য=মহৈশ্বৰ্য।
(২৮) অ+ও=ঔ : জল+ওকা=জলৌকা।
(২৯) অ+ঔ=ঔ : ভৱ+ঔষধ=ভৱৌষধ।
(৩০) আ+ও=ঔ : মহা+ওষধি=মহৌষধি।
(৩১) আ+ঔ=ঔ : মহা+ঔষধ=মহৌষধ।
(৩২) ই+অ=য+অ : যদি+অপি=যদ্যপি।
অতি+অধিক=অত্যধিক।



(৩৩) ঈ+অ=য+অ : নদী+অম্বু=নদ্যম্বু।
(৩৪) ই+আ=য+আ : ইতি+আদি=ইত্যাদি।
প্ৰতি+আশা=প্ৰত্যাশা।
অতি+আচাৰ=অত্যাচাৰ।
(৩৫) ই+উ=য+উ : অতি+উত্তম=অত্যুত্তম।
প্ৰতি+উপকাৰ=প্ৰত্যুপকাৰ।
অভি+উদয়=অভ্যুদয়।
(৩৬) ই+এ=য+এ : প্ৰতি+এক=প্ৰত্যেক।
(৩৭) উ+অ=ৱ্+অ : সু+অস্তি=স্বস্তি।
অনু+অয়=অন্বয়।
(৩৮) উ+আ=ৱ্+আ : সু+আগত=স্বাগত।
(৩৯) উ+ই=ৱ্+ই : অনু+ইত=অন্বিত।
(৪০) উ+এ=ৱ্+এ : অনু+এষণ=অন্বেষণ।
(৪১) ঋ+অ=ৰ্+অ : পিতৃ+অনুমতি=পিত্ৰনুমতি।
(৪২) ঋ+আ=ৰ্+আ : পিতৃ+আলয়=পিত্ৰালয়।
(৪৩) ঋ+ই=ৰ্+ই : পিতৃ+ইচ্ছা=পিত্ৰিচ্ছা।
(৪৪) এ+অ=অয়্+অ : শে+অন=শয়ন।
(৪৫) ঐ+অ=আয়্+অ : নৈ+অক=নায়ক।
গৈ+অক=গায়ক।
(৪৬) ও+অ=অৱ্+অ : পো+অন=পৱন।
ভো+অন=ভৱন।
শ্ৰো+অন=শ্ৰৱণ।
কিন্তু গো+অক্ষ=গৱাক্ষ।
(৪৭) ঔ+অ=আৱ্+অ : পৌ+অক=পাৱক।
(৪৮) ঔ+ই=আৱ্+ই : নৌ+ইক=নাৱিক।
(৪৯) ঔ+উ=আৱ্+উ : ভৌ+উক=ভাৱুক।

৭ **ব্যঞ্জনসন্ধি** : ব্যঞ্জনবৰ্ণৰ ব্যঞ্জনবৰ্ণৰ লগত যি সন্ধি হয় সেই সন্ধি প্ৰকৃততে সমীভৱনহে। ব্যঞ্জনবৰ্ণ আৰু স্বৰবৰ্ণৰ মাজৰ সন্ধিও কোনো কোনো ক্ষেত্ৰত সমীভৱন অনুযায়ী হয় ; যেনে, দিক্+অন্ত=দিগন্ত। দুটা বিভিন্ন ধ্বনি ওচৰা-উচৰিকৈ থাকিলে এটাৰ প্ৰভাৱত আনটোৰ পৰিবৰ্তন ঘটি সমৰূপতা লাভ

কৰাৰ নাম সমীভৱন। সমীভৱন তিনি প্ৰকাৰৰ: প্ৰগত, পৰাগত আৰু অন্যোন্য। পূৰ্ববৰ্তী ধ্বনিয়ে পৰবৰ্তী ধ্বনিৰ পৰিৱৰ্তন ঘটালে প্ৰগত, পৰৱৰ্তী ধ্বনিৰ প্ৰভাৱত পূৰ্ববৰ্তী ধ্বনিৰ পৰিৱৰ্তন হ'লে পৰাগত আৰু পৰস্পৰৰ প্ৰভাৱত দুয়োটা ধ্বনিৰে পৰিৱৰ্তন হ'লে হয় পাৰস্পৰিক বা অন্যোন্য সমীভৱন[১]। ওচৰা-উচৰিকৈ থকা বিভিন্ন ধ্বনি বুলি ক'লে এটা ঘোষ, আনটো অঘোষ; এটা দন্ত্য আনটো মূৰ্দ্ধন্য বা তালব্য এনে ধৰণৰ ভিন্নতা বুজায়। প্ৰগত, পৰাগত আৰু অন্যোন্য সমীভৱন অনুসৰি সংস্কৃতৰ ব্যঞ্জনসন্ধি কেনেকৈ নিষ্পন্ন হৈছে তলৰ উদাহৰণবোৰৰ পৰা বুজা যাব। সংস্কৃতৰ সন্ধিত প্ৰগত সমীভৱনতকৈ পৰাগত সমীভৱনৰ উদাহৰণহে প্ৰচুৰ।

**৭.১ (ক) প্ৰগত সমীভৱন:**

যাচ্ + না = যাচ্ঞা।
যজ্ + ন = যজ্ঞ।
উৎকৃষ্ + ত = উৎকৃষ্ট।
প্ৰৱিষ্ + ত = প্ৰৱিষ্ট।
ষষ্ + থ = ষষ্ঠ।

**(খ) পৰাগত সমীভৱন:**

উৎ + চাৰণ = উচ্চাৰণ।
উৎ + ছেদ = উচ্ছেদ।
উৎ + ছন্ন = উচ্ছন্ন।
উৎ + জল = উজ্জ্বল।
সৎ + চৰিত্ৰ = সচ্চৰিত্ৰ।
সৎ + জন = সজ্জন।
জগৎ + জননী = জগজ্জননী।
উৎ + লিখিত = উল্লিখিত।
উৎ + লেখ = উল্লেখ।
উৎ + নতি = উন্নতি।
উৎ + মত্ত = উন্মত্ত।
বাক্ + ময় = বাঙ্ময়।
দিক্ + গজ = দিগ্‌গজ।

১ দ্ৰষ্টব্য: লেখকৰ ভাষা-বিজ্ঞান, ১৯৭০, পৃষ্ঠা ১০৮-৯



তৎ + উপৰি = তদুপৰি*।
দিক + অন্ত = দিগন্ত।
বাক্ + ঈশ = বাগীশ।
গম্ + তব্য = গন্তব্য।
জগৎ + ঈশ = জগদীশ।
জগৎ + ঈশ্বৰ = জগদীশ্বৰ।
জগৎ + বন্ধু = জগদ্বন্ধু।
সৎ + উপদেশ = সদুপদেশ।
অপ্ + জ = অব্জ।
অপ্ + দ = অব্দ।
মৃৎ + ময় = মৃন্ময়।
কিম্ + চিৎ = কিঞ্চিৎ।
কিম্ + কৰ = কিঙ্কৰ।
কিম্ + তু = কিন্তু।
সম্ + গীত = সঙ্গীত।
সম্ + কীৰ্ণ = সঙ্কীৰ্ণ।
সম্ + গতি = সঙ্গতি।
সম্ + চয় = সঞ্চয়।
সম্ + তাপ = সন্তাপ।
শাম্ + তি = শান্তি।

**(গ) অন্যোন্য সমীভৱন:**

শৰৎ + শশী = শৰচ্ছশী।
উৎ + হাৰ = উদ্ধাৰ।
উৎ + হত = উদ্ধত।
তৎ + হিত = তদ্ধিত।
উৎ + শৃঙ্খল = উচ্ছৃঙ্খল।
উৎ + শ্বাস = উচ্ছ্বাস।

*স্বৰবৰ্ণবোৰ ঘোষবৰ্ণ। সেই বাবে ঘোষৰ লগত অঘোষ 'ত' লগ লগাত তাৰ ঠাইত ঘোষবৰ্ণ 'দ' হ'ল। সেইদৰে দিগন্ত, বাগীশ আদি সিদ্ধ হৈছে।

৭·২ কিছুমান সন্ধি অনিয়মিতৰূপে সিদ্ধ হৈছে ; যেনে, উৎ+স্থান= উত্থান ; উৎ+স্থাপন=উত্থাপন ; সম্+কৃত=সংস্কৃত ; পৰিঃ+কাৰ= পৰিষ্কাৰ ; সম্+কাৰ=সংস্কাৰ ; গো+য=গব্য ; সীমন্+অন্ত=সীমন্ত।

৭·৩ অন্তঃস্থবর্ণ বা উষ্মবর্ণ পাছত থাকিলে আগৰ ম>ং ; যেনে, সম্+ যম=সংযম ; সম্+যোগ=সংযোগ ; সম্+যুক্ত=সংযুক্ত ; সম্+ৱাদ= সংবাদ ; সম্+লগ্ন=সংলগ্ন ; সম্+সর্গ=সংসর্গ।

কিন্তু সম্+ৰাট=সম্রাট ; সম্+ৰাজ্ঞী=সম্রাজ্ঞী।

৭·৪ বিসর্গৰ পাছত আন বর্ণ থাকিলে কোনো কোনো ক্ষেত্ৰত বিসর্গটো 'ৰ্' হয় আৰু পাছৰ বর্ণৰ লগত লগ লাগে।

উদাহৰণ :

পুনঃ+অপি=পুনৰপি।
পুনঃ+জন্ম=পুনর্জন্ম।
প্রাতঃ+উত্থান=প্রাতৰুত্থান।
দুঃ+মূল্য=দুর্মূল্য।
দুঃ+লভ=দুর্লভ।
দুঃ+ভাৱনা=দুর্ভাৱনা।
দুঃ+ঘোৰ=দুর্ঘোৰ।
দুঃ+অৱস্থা=দুৰৱস্থা।
দুঃ+আকাঙ্ক্ষা=দুৰাকাঙ্ক্ষা।
দুঃ+গম=দুর্গম।
নিঃ+আকাৰ=নিৰাকাৰ।
নিঃ+মূল=নির্মূল।
অন্তঃ+আত্মা=অন্তৰাত্মা।
অন্তঃ+গত=অন্তর্গত।
আশীঃ+বাদ=আশীর্বাদ।

৭·৫ বিসর্গৰ পাছত 'ৰ' বর্ণ থাকিলে বিসর্গটো লোপ হয় আৰু আগত থকা ই, ঈ হয় ; যেনে, নিঃ+ৰস=নীৰস ; নিঃ+ৰৱ=নীৰৱ ; নিঃ+ৰোগ= নীৰোগ।

৭·৬ বিসর্গৰ পাছত আন বর্ণ থাকিলে কোনো কোনো ক্ষেত্ৰত বিসর্গটো 'স' হয় আৰু পাছৰ বর্ণৰ লগত লগ লাগে ; যেনে, মনঃ+কামনা=মনস্কামনা ;



নমঃ+কাৰ=নমস্কাৰ ; পুৰঃ+কাৰ=পুৰস্কাৰ ; তিৰঃ+কাৰ=তিৰস্কাৰ ; মনঃ+তাপ=মনস্তাপ ; নিঃ+তেজ=নিস্তেজ ; ভাঃ+কৰ=ভাস্কৰ। কোনো কোনো ক্ষেত্ৰত বিসর্গৰ ঠাইত হোৱা 'স' পৰৱৰ্তী বর্ণেৰে সৈতে সমীভূত হোৱাও দেখা যায় ; যেনে, নিঃ>নিস্+চয়=নিশ্চয় ; শিৰঃ>শিৰস্+ছেদ= শিৰচ্ছেদ। ক, খ, প, ফ পাছত থাকিলে নিঃ, আবিঃ, বহিঃ, দুঃ, চতুঃ আদিৰ বিসর্গৰ স, ষ হয় ; যেনে, নিঃ+পাপ=নিষ্পাপ ; নিঃ+কাম= নিষ্কাম ; নিঃ+ফল=নিষ্ফল ; আৱিঃ+কৃত=আৱিষ্কৃত ; আৱিঃ+কাৰ= আৱিষ্কাৰ ; বহিঃ+কৃত=বহিষ্কৃত ; দুঃ+কৰ=দুষ্কৰ ; চতুঃ+কোণ= চতুষ্কোণ।

৭·৭ কোনো কোনো ক্ষেত্ৰত অকাৰৰ পাছত বিসর্গ থাকিলে আৰু তেনে শব্দৰ লগত অ বা বর্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বর্ণ, য, ৰ, ল, ৱ, হ যোগ হ'লে ; পূর্বৰ শব্দৰ অ আৰু বিসর্গ দুয়োটাৰ ঠাইত ও হয় আৰু পাছৰ অকাৰ লুপ্ত হয় ; যেনে, মনঃ+অভিলাষ=মনোভিলাষ ; ততঃ+অধিক=ততোধিক ; অধঃ+ গতি=অধোগতি ; মনঃ+যোগ=মনোযোগ মনঃ+মত=মনোমত ; মনঃ+হৰ=মনোহৰ ; মনঃ+ৰম=মনোৰম ; অতঃ+নষ্ট=অতোনষ্ট ; ততঃ+ভ্রষ্ট=ততোভ্রষ্ট ; পুৰঃ+হিত=পুৰোহিত ; তপঃ+ৱন=তপোৱন ; সদ্যঃ+জাত=সদ্যোজাত ; শিৰঃ+মণি=শিৰোমণি।

৭·৮ কোনো কোনো ক্ষেত্ৰত বিসর্গৰ কোনো পৰিৱৰ্তন নঘটে ; যেনে, অন্তঃকৰণ, শিৰঃপীড়া, মনঃকষ্ট, অধঃপাত, তেজঃপুঞ্জ, বয়ঃপ্ৰাপ্ত।

**৮ সংখ্যাৱাচক বিশেষ্য শব্দ :**

| | | | |
|---|---|---|---|
| ১ | এক | ১১ | একাদশ |
| ২ | দ্বি | ১২ | দ্বাদশ |
| ৩ | ত্রি | ১৩ | ত্রয়োদশ |
| ৪ | চতুৰ্ | ১৪ | চতুর্দশ |
| ৫ | পঞ্চ | ১৫ | পঞ্চদশ |
| ৬ | ষষ্, ষট্ | ১৬ | ষোডশ (ষোড়শ) |
| ৭ | সপ্ত | ১৭ | সপ্তদশ |
| ৮ | অষ্ট | ১৮ | অষ্টাদশ |
| ৯ | নৱ | ১৯ | নৱদশ, (ঊনবিংশতি) |
| ১০ | দশ | ২০ | বিংশতি |

২১ একবিংশতি
২২ দ্বাবিংশতি
২৩ ত্ৰয়োবিংশতি
২৪ চতুৰ্বিংশতি
২৫ পঞ্চবিংশতি
২৬ ষড্‌বিংশতি
২৭ সপ্তবিংশতি
২৮ অষ্টাবিংশতি
২৯ উনত্ৰিংশৎ
৩০ ত্ৰিংশৎ
৩১ একত্ৰিংশৎ
৩২ দ্বাত্ৰিংশৎ
৩৩ ত্ৰয়স্ত্ৰিংশৎ
৩৪ চতুস্ত্ৰিংশৎ
৩৫ পঞ্চত্ৰিংশৎ
৩৬ ষট্‌ত্ৰিংশৎ
৩৭ সপ্তত্ৰিংশৎ
৩৮ অষ্টাত্ৰিংশৎ
৩৯ নৱত্ৰিংশৎ, উনচত্বাৰিংশৎ
৪০ চত্বাৰিংশৎ
৪১ একচত্বাৰিংশৎ
৪২ দ্বিচত্বাৰিংশৎ, দ্বাচত্বাৰিংশৎ
৪৩ ত্ৰিচত্বাৰিংশৎ, ত্ৰয়শ্চত্বাৰিংশৎ
৪৪ চতুশ্চত্বাৰিংশৎ
৪৫ পঞ্চচত্বাৰিংশৎ
৪৬ ষট্‌চত্বাৰিংশৎ
৪৭ সপ্তচত্বাৰিংশৎ
৪৮ অষ্টচত্বাৰিংশৎ, অষ্টাচত্বাৰিংশৎ
৪৯ নৱচত্বাৰিংশৎ, উনপঞ্চাশৎ
৫০ পঞ্চাশৎ

৫১ একপঞ্চাশৎ
৫২ দ্বিপঞ্চাশৎ, দ্বাপঞ্চাশৎ
৫৩ ত্ৰিপঞ্চাশৎ, ত্ৰয়ঃপঞ্চাশৎ
৫৪ চতুঃপঞ্চাশৎ
৫৫ পঞ্চপঞ্চাশৎ
৫৬ ষট্‌পঞ্চাশৎ
৫৭ সপ্তপঞ্চাশৎ
৫৮ অষ্টপঞ্চাশৎ, অষ্টাপঞ্চাশৎ
৫৯ নৱপঞ্চাশৎ, উনষষ্টি
৬০ ষষ্টি
৬১ একষষ্টি
৬২ দ্বিষষ্টি, দ্বাষষ্টি
৬৩ ত্ৰিষষ্টি, ত্ৰয়ঃষষ্টি
৬৪ চতুঃষষ্টি
৬৫ পঞ্চষষ্টি
৬৬ ষট্‌ষষ্টি
৬৭ সপ্তষষ্টি
৬৮ অষ্টষষ্টি, অষ্টাষষ্টি
৬৯ নৱষষ্টি, উনসপ্ততি
৭০ সপ্ততি
৭১ একসপ্ততি
৭২ দ্বিসপ্ততি, দ্বাসপ্ততি
৭৩ ত্ৰিসপ্ততি, ত্ৰয়ঃসপ্ততি
৭৪ চতুঃসপ্ততি
৭৫ পঞ্চসপ্ততি
৭৬ ষট্‌সপ্ততি
৭৭ সপ্তসপ্ততি
৭৮ অষ্টসপ্ততি, অষ্টাসপ্ততি
৭৯ নৱসপ্ততি, উনাশীতি
৮০ অশীতি



৮১ একাশীতি
৮২ দ্ব্যশীতি
৮৩ ত্ৰ্যশীতি
৮৪ চতুৰশীতি
৮৫ পঞ্চাশীতি
৮৬ ষডশীতি
৮৭ সপ্তাশীতি
৮৮ অষ্টাশীতি
৮৯ নৱাশীতি, উননৱতি
৯০ নৱতি
৯১ একনৱতি
৯২ দ্বিনৱতি, দ্বানৱতি

৯৩ ত্ৰিনৱতি
৯৪ চতুৰ্ণৱতি
৯৫ পঞ্চনৱতি
৯৬ ষণ্ণৱতি
৯৭ সপ্তনৱতি
৯৮ অষ্টনৱতি, অষ্টানৱতি
৯৯ নৱনৱতি
১০০ শত
১,০০০ সহস্ৰ
১০০,০০০ লক্ষ
১০,০০০০০ নিযুত
১০০,০০০০০ কোটি

৮·১ **সংখ্যাৱাচক বিশেষণ শব্দ ঃ** একৰ পৰা দশ সংখ্যালৈকে থ (ত), ম, য়, ঈয় প্ৰত্যয় নাইবা এইবোৰৰ ভিতৰত কেতিয়াবা দুটাৰ সংযোগ ঘটাই সংখ্যাৱাচক বিশেষণ শব্দ সজোৱা হয় ; যেনে, প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম, ষষ্ঠ, সপ্তম, অষ্টম, নৱম, দশম। এঘাৰৰ পৰা উনৈশ সংখ্যালৈকে সংখ্যাৱাচক বিশেষ্য শব্দবোৰেই সংখ্যাৱাচক বিশেষণ শব্দ ৰূপেও ব্যৱহাৰ হয় ; যেনে, একাদশ, দ্বাদশ····· নৱদশ বা উনবিংশ। বিশ, ত্ৰিশ আদি সংখ্যাৰ বিশেষণ ৰূপ পাবলৈ হ'লে সংখ্যাৱাচক বিশেষ্য শব্দবোৰক অলপ সংক্ষিপ্তকৈ ব্যৱহাৰ কৰা হয় নাইবা সংখ্যাৱাচক বিশেষ্য শব্দবোৰৰ পাছত তম প্ৰত্যয় যোগ দিয়া হয়। তলত সেইবোৰ উল্লেখ কৰা হ'ল ঃ

বিংশ, বিংশতিতম।
ত্ৰিংশ, ত্ৰিংশত্তম।
চত্বাৰিংশ, চত্বাৰিংশত্তম।
পঞ্চাশ, পঞ্চাশত্তম।
শততম।

ষষ্টিতম।
সপ্ততিতম।
অশীতিতম।
নৱতিতম।

৯ **বিশেষণৰ তুলনা ঃ** দুটাৰ মাজত তুলনা কৰিবলৈ হ'লে বিশেষণ শব্দৰ পাছত -তৰ নাইবা -ঈয়স্ প্ৰত্যয় লগ লগাব লাগে আৰু দুটাতকৈ অধিক বা বহুতৰ মাজত এটাক তুলনা কৰিবলৈ হ'লে বিশেষণ শব্দৰ পাছত -তম নাইবা -ইষ্ঠ প্ৰত্যয় যোগ দিব লাগে। প্ৰত্যয়বোৰ যোগ দিয়াৰ

পাছত মূল শব্দটোৰো কিছু পৰিৱৰ্তন ঘটে। তলত উদাহৰণ কেইটামান দিয়া হ'ল।

| বিশেষণ শব্দ | দুটাৰ মাজত তুলনা | বহুতৰ মাজত তুলনা |
|---|---|---|
| ক্ষিপ্ৰ | ক্ষিপ্ৰতৰ | ক্ষিপ্ৰতম |
| ক্ষুদ্ৰ | ক্ষুদ্ৰতৰ | ক্ষুদ্ৰতম |
| গাঢ ( গাঢ় ) | গাঢতৰ ( গাঢ়তৰ ) | গাঢতম ( গাঢ়তম ) |
| গুৰু | গৰীয়স্, গুৰুতৰ | গৰিষ্ঠ, গুৰুতম |
| দীৰ্ঘ | দীৰ্ঘতৰ | দীৰ্ঘতম |
| দূৰ | দূৰতৰ | দূৰতম |
| দৃঢ ( দৃঢ় ) | দৃঢতৰ ( দৃঢ়তৰ ) | দৃঢতম ( দৃঢ়তম ) |
| পাপী | পাপীয়স্ | পাপিষ্ঠ |
| পুণ্য | পুণ্যতৰ | পুণ্যতম |
| প্ৰশস্য | শ্ৰেয়স্ ( শ্ৰেয়ঃ ) | শ্ৰেষ্ঠ |
| প্ৰিয় | প্ৰিয়তৰ | প্ৰিয়তম |
| বলী | বলীয়স্ | বলিষ্ঠ |
| মহৎ | মহত্তৰ | মহত্তম |
| মৃদু | মৃদুতৰ | মৃদুতম |
| যুৱা | কনীয়স্ | কনিষ্ঠ |
| লঘু | লঘীয়স্, লঘুতৰ | লঘিষ্ঠ, লঘুতম |
| বৃদ্ধ | জ্যেয়স্ | জ্যেষ্ঠ |

১০ **স্ত্ৰী-প্ৰত্যয়ঃ** সংস্কৃতত স্ত্ৰী-প্ৰত্যয় তিনিটা : -আ, -আনী, -ঈ। এই প্ৰত্যয়বোৰ যোগ দিলে মূল শব্দৰ শেষৰ বৰ্ণ আৰু প্ৰত্যয়ৰ আদি বৰ্ণৰ মাজত সম্ভৱ স্থলত সন্ধি হয় আৰু মূল শব্দৰ কোনো কোনো ক্ষেত্ৰত তিৰ্যকৰূপেও দেখা দিয়ে। তলৰ উদাহৰণবোৰৰ পৰা কথাথিনি স্পষ্ট হ'ব।

—আঃ অচল, অচলা ; প্ৰবল, প্ৰবলা ; প্ৰথম, প্ৰথমা, দ্বিতীয়, দ্বিতীয়া ; তৃতীয়, তৃতীয়া ; গায়ক>*গায়িক, গায়িকা ; নায়ক>* নায়িক, নায়িকা ; পাঠক>*পাঠিক, পাঠিকা ; নাটক>* নাটিক, নাটিকা ; পালক>* পালিক, পালিকা ; বালক>* বালিক, বালিকা ; জ্যেষ্ঠ, জ্যেষ্ঠা ; কনিষ্ঠ, কনিষ্ঠা।

—আনীঃ ভৱ, ভৱানী ; ইন্দ্ৰ, ইন্দ্ৰাণী ; ৰুদ্ৰ, ৰুদ্ৰাণী ; শিৱ, শিৱানী।



—ঈঃ কুমাৰ, কুমাৰী ; কিশোৰ, কিশোৰী ; সুন্দৰ, সুন্দৰী ; তৰুণ, তৰুণী ; পাত্ৰ, পাত্ৰী ; সাধু, সাধ্বী ; পিতামহ, পিতামহী ; মাতামহ, মাতামহী ; নদ, নদী ; নট, নটী ; গোপ, গোপী ; নিশাচৰ, নিশাচৰী ; দাতৃ, দাত্ৰী ; ধাতৃ, ধাত্ৰী ; কৰ্তৃ, কৰ্ত্ৰী ; শিক্ষয়িতৃ, শিক্ষয়িত্ৰী ; ( মায়াৱী ) মায়াৱিন্, মায়াৱিনী ; ( তপস্বী ) তপস্বিন্, তপস্বিনী ; (বিলাসী) বিলাসিন্, বিলাসিনী ; (অধিকাৰী) অধিকাৰিন্, অধিকাৰিণী ; ( উপকাৰী ) উপকাৰিন্, উপকাৰিণী ; ( অনুৰাগী ) অনুৰাগিন্, অনুৰাগিণী ; ( মনোহাৰী ) মনোহাৰিন্, মনোহাৰিণী ; ( শ্ৰীমান ) শ্ৰীমৎ, শ্ৰীমতী ; ( বুদ্ধিমান্ ) বুদ্ধিমৎ, বুদ্ধিমতী ; ( পুত্ৰৱান ) পুত্ৰৱৎ, পুত্ৰৱতী ; ( বলৱান ) বলৱৎ, বলৱতী ; ( মহীয়ান ) মহীয়স্, মহীয়সী ; ( বিদ্বান ) বিদ্বস্, বিদুষী ; প্ৰেয়স্, প্ৰেয়সী ; গৰীয়স্, গৰিয়সী ; অৰ্থকৰ, অৰ্থকৰী ; চতুৰ্থ, চতুৰ্থী ; পঞ্চম, পঞ্চমী ; ষষ্ঠ, ষষ্ঠী ; সপ্তম, সপ্তমী ; অষ্টম, অষ্টমী ; নৱম, নৱমী ; দশম, দশমী ; একাদশ, একাদশী ; দ্বাদশ, দ্বাদশী ; ত্ৰয়োদশ, ত্ৰয়োদশী ; চতুৰ্দশ, চতুৰ্দশী ; ষোড়শ, ষোড়শী ( ষোড়শী ) ; দয়াময়, দয়াময়ী ; স্বৰ্ণময়, স্বৰ্ণময়ী ; মৃন্ময়, মৃন্ময়ী ; হিৰণ্ময়, হিৰণ্ময়ী ; নৰ্তক, নৰ্তকী ; মানৱ, মানৱী ; বৈষ্ণৱ, বৈষ্ণৱী ; দ্ৰৌপদ, দ্ৰৌপদী ; পাঞ্চাল, পাঞ্চালী ; মাগধ, মাগধী ; মৈথিল, মৈথিলী ; পাৰ্বত, পাৰ্বতী ; পৌত্ৰ, পৌত্ৰী ; দৌহিত্ৰ, দৌহিত্ৰী ; যাদৃশ, যাদৃশী ; সদৃশ, সদৃশী।

১০.১ —ঈ প্ৰত্যয়ান্ত এই শব্দকেইটাও মন কৰিবলগীয়া : দ্বিপদী, ত্ৰিপদী, চতুষ্পদী, বহুপদী, শতপদী।

১১ **কৃৎপ্ৰত্যয়ঃ** ধাতুৰ পাছত প্ৰত্যয় লগ লাগোঁতে কোনো কোনো ঠাইত ধাতুত থকা স্বৰবৰ্ণৰ গুণ আৰু বৃদ্ধি ৰূপ হয় ; কেতিয়াবা ধাতুৰ তিৰ্যকৰূপে দেখা দিয়ে আৰু সকলো ক্ষেত্ৰতে ধাতু আৰু প্ৰত্যয়ৰ মাজৰ বৰ্ণৰ সন্ধি হয়। তলত সচৰাচৰ ব্যৱহাৰ হোৱা কৃৎপ্ৰত্যয়যুক্ত শব্দ কিছুমানৰ আলোচনা দিয়া হ'ল।

—অ : কুম্ভ—কৃ—অ=কুম্ভকাৰ।
শাস্ত্ৰ—কৃ—অ=শাস্ত্ৰকাৰ।
মালা—কৃ—অ=মালাকাৰ।

সূত্ৰ—ধৃ—অ = সূত্ৰধাৰ।
ভাষ্য—কৃ—অ = ভাষ্যকাৰ।
দিৱা—কৃ—অ = দিৱাকৰ।
চিত্ৰ—কৃ—অ = চিত্ৰকৰ।
জল—চৰ্—অ = জলচৰ।
স্থল—চৰ্—অ = স্থলচৰ।
নিশা—চৰ্—অ = নিশাচৰ।
খে—চৰ্—অ = খেচৰ।
শত্ৰু—হন্—অ = শত্ৰুঘ্ন।
পাপ—হন্—অ = পাপঘ্ন।
গো—হন্—অ = গোঘ্ন।
কৃত—হন্—অ = কৃতঘ্ন।
মিত্ৰ—হন্—অ = মিত্ৰঘ্ন।
পাদ—পা—অ = পাদপ।
ধন—দা—অ = ধনদ।
জল—দা—অ = জলদ।
সৰ্ব—জ্ঞা—অ = সৰ্বজ্ঞ।
পূজা—অৰ্হ—অ = পূজাৰ্হ।
গৃহ—স্থা—অ = গৃহস্থ।
মধ্য—স্থা—অ = মধ্যস্থ।
সু—স্থা—অ = সুস্থ।
নি—স্থা—অ = নিষ্ঠ।
প্ৰকৃতি—স্থা—অ = প্ৰকৃতিস্থ।
সৰ—জন্—অ = সৰোজ।
অপ্—জন্—অ = অব্জ।
জল—জন্—অ = জলজ।
পঙ্ক—জন্—অ = পঙ্কজ।
সৰসি—জন্—অ = সৰসিজ।
মন—জন্—অ = মনোজ।
মনসি—জন—অ = মনসিজ।



অণ্ড—জন্—অ = অণ্ডজ।
সহ—জন্—অ = সহজ।
অনু—জন্—অ = অনুজ।
অগ্ৰ—জন্—অ = অগ্ৰজ।
দ্বি—জন্—অ = দ্বিজ।
শোক - হৃ—অ = শোকহৰ।
ৰোগ—হৃ—অ = ৰোগহৰ।
নিন্দা—অৰ্হ—অ = নিন্দাৰ্হ।
পৰম্—তপ্—অ = পৰন্তপ ( শত্ৰুক জয় কৰোঁতা )।
সু—গম্—অ = সুগম।
সু—লভ্—অ = সুলভ।
সু—কৃ—অ = সুকৰ।
দুঃ—গম্—অ = দুৰ্গম।
দুঃ—কৃ—অ = দুষ্কৰ।
দুঃ—লভ্—অ = দুৰ্লভ।
দুঃ—বহ্—অ = দুৰ্বহ।
চল্—অ = চল ; ধৃ—অ = ধৰ ; হৃ—অ = হৰ।
পত ( পক্ষ )—গম্—অ = পতগ ( পতঙ্গ, পতঙ্গম )।
ভুজ ( বক্ৰ )—গম্—অ = ভুজগ ( ভুজঙ্গ, ভুজঙ্গম )।
ত্বৰ—গম্—অ = তুৰগ ( তুৰঙ্গ, তুৰঙ্গম )।
উৰ—গম্—অ = উৰগ ( উৰঙ্গ, উৰঙ্গম )।
বিহ ( বিহায়স্ )—গম্—অ = বিহগ ( বিহঙ্গ, বিহঙ্গম )।
পচ্—অ = পাক ; ত্যজ্—অ = ত্যাগ ; নশ্—অ = নাশ।

তেনেকৈ : শুচ্—শোক, ভুজ্—ভোগ, ৰুজ্—ৰোগ, বস্—বাস, বদ্—বাদ, শপ্—শাপ, তপ্—তাপ, দহ্—দাহ, স্ৰু—স্ৰাৱ, লভ্—লাভ, পঠ্—পাঠ, যুজ্—যোগ, হ্ৰস্—হ্ৰাস, বহ্—বাহ, ( তু. বাহন ), স্বদ্—স্বাদ, মদ্—মাদ ( তু. মাদক ), লস্—লাস, যজ্—যাগ, ৰন্‌জ্—ৰাগ, ভন্‌জ্—ভঙ্গ, সন্‌জ্—সঙ্গ, ক্ষি—ক্ষয়, জি—জয়, লী—লয়, কৃ—কৰ, স্তু—স্তৱ, ভূ—ভৱ ( জন্ম, মূল ), ভী—ভয়, বৃষ্—বৰ্ষ, জপ্—জপ, চি—চয় ( সংগ্ৰহ ), মদ্—মদ, ৰুষ্—ৰোষ, মুহ্—মোহ, দ্ৰুহ্—দ্ৰোহ, ক্ৰুধ্—ক্ৰোধ, কুপ্—কোপ, ক্ষুভ্—ক্ষোভ, তুষ্—

তোষ, বুধ্—বোধ, খিদ্—খেদ, স্পৃশ্—স্পৰ্শ, মৃশ্—মৰ্শ ( তু. পৰামৰ্শ ), ভ্ৰন্‌শ্—ভ্ৰংশ ( তু. অপভ্ৰংশ ), ভিদ্—ভেদ, হৃষ্—হৰ্ষ।

—অক : নী>নৈ—অক=নায়ক ; কৃ—অক=কাৰক ; স্মৃ—অক=স্মাৰক। তেনেকৈ : তৃ—তাৰক, নশ্—নাশক, পঠ্—পাঠক, ৰুধ্—বোধক, শুষ্—শোষক, দা—দায়ক, গৈ—গায়ক, জনি—জনক, পালি—পালক, যোজি—যোজক, ৰিচ্—ৰেচক, পচ্—পাচক, গ্ৰহ্—গ্ৰাহক, হন্—ঘাতক, বচ্—বাচক, চালি—চালক, পুষ্—পোষক। আৰু : খন্—খনক, নৃত্—নৰ্তক, ৰন্‌জ্—ৰজক।

—অন : গম্—অন=গমন ; ভুজ্—অন=ভোজন ; শী>শে—অন=শয়ন ; আ—ৰুহ্—অন=আৰোহণ। সেইদৰে চল্—চলন, পত্—পতন, স্খল্—স্খলন, ৰক্ষ্—ৰক্ষণ, ভক্ষ্—ভক্ষণ, গৰ্জ্—গৰ্জন, লঙ্ঘ্—লঙ্ঘন, স্পন্দ্—স্পন্দন, তৃপ্—তৰ্পণ, মন্—মনন, অধি—ই—অন=অধ্যয়ন, খণ্ড্—খণ্ডন, দা—দান, গৈ—গান, ঘ্ৰা—ঘ্ৰাণ, জ্ঞা—জ্ঞান, বি—ধা—অন=বিধান, আ—দা—অন=আদান, প্ৰ—দা—অন=প্ৰদান, মা—মান ( জোখ ), স্না—স্নান, চি—চয়ন, শ্ৰু—শ্ৰৱণ, কৃ—কৰণ, ভৃ—ভৰণ, মৃ—মৰণ, বৃ—বৰণ, স্মৃ—স্মৰণ, হৃ—হৰণ, দৃশ—দৰ্শন, অঙ্ক্—অঙ্কন, জ্বল্—জ্বলন, তপ্—তপন, সহ্—সহন, দহ্—দহন, দম্—দমন, নী>নে—অন, নয়ন ; যা—যান।

—অনীয় : কৃ—অনীয়=কৰণীয় ; স্মৃ—অনীয়=স্মৰণীয় ;
ৰম্—অনীয়=ৰমণীয় ; শুভ্—অনীয়=শোভনীয় ;
শুচ্—অনীয়=শোচনীয় ; দৃশ্—অনীয়=দৰ্শনীয় ;
ৰক্ষ্—অনীয়=ৰক্ষণীয় ; পূজি - অনীয়=পূজনীয় ;
অৰ্চি—অনীয়=অৰ্চনীয় ; স্থাপি—অনীয়=স্থাপনীয় ;
পালি—অনীয়=পালনীয়।

—ইন্ (ঈ) : বদ্-ইন্=বাদিন্ ( বাদী ) ; বস্-ইন=বাসিন্ ( বাসী ) ; প্ৰ-বস্-ইন্=প্ৰবাসিন্ ( প্ৰবাসী ) ; অধি-বস্-ইন=অধিবাসিন্ ( অধিবাসী )। তেনেকৈ : ভৃ-ভাৰী, স্থা-স্থায়ী, ৰুধ্-ৰোধী, বি-ৰুধ্=বিৰোধী, দ্ৰুহ্-দ্ৰোহী, বি-দ্ৰুহ্=বিদ্ৰোহী, অধি-কৃ=অধিকাৰী, অপ-ৰাধ্=অপৰাধী, সম্-সৃ=সংসাৰী, সম্-চৰ্=সঞ্চাৰী, দ্বিষ্-দ্বেষী, বি-দ্বিষ্=বিদ্বেষী, অভি-লষ্=অভিলাষী, চিৰ-স্থা=চিৰস্থায়ী, পিতৃ-হন্=পিতৃঘাতী, আত্ম-হন্=আত্মঘাতী, সত্য-বদ্=সত্যৱাদী, শয্যা-শী=শয্যাশায়ী, অনু-যা=অনুযায়ী, মনঃ-হৃ=মনোহাৰী, হৃদয়-গ্ৰহ্=হৃদয়-গ্ৰাহী, অনু-গম্=অনুগামী, সহ-গম্=সহগামী, মিথ্যা-বদ=মিথ্যাৱাদী, যুজ্-যোগী, প্ৰতি-যুজ্=প্ৰতিযোগী, ত্যজ্—ত্যাগী, ৰন্‌জ্-ৰাগী, বি-ৰন্‌জ্=বিৰাগী, অনু-ৰন্‌জ্=অনুৰাগী, শ্ৰম্—শ্ৰমী, পৰি-শ্ৰম্=পৰিশ্ৰমী, প্ৰ-সৃ=প্ৰসৰী।

—ইষ্ণু : সহ্-ইষ্ণু=সহিষ্ণু ; বৃধ্-ইষ্ণু=বৰ্ধিষ্ণু ; বৃত্-ইষ্ণু=বৰ্তিষ্ণু ( বৰ্তিথকা ) ; চৰ্-ইষ্ণু=চৰিষ্ণু ( অস্থাৱৰ )।

—উ : ভিক্ষ্-উ=ভিক্ষু ; জিজ্ঞাস্-উ=জিজ্ঞাসু, ইষ্-উ=ইচ্ছু।

—উক : কম্—উক=কামুক ; ভূ—উক=ভাবুক, হন্—উক=ঘাতুক।

—উক : জাগৃ—উক=জাগৰূক ( জাগি থকাজন )।

—উৰ : ভন্‌জ্—উৰ=ভঙ্গুৰ ; ভাস্—উৰ=ভাস্বৰ ; বিদ্ উৰ=বিদুৰ ( যিজনে জানে )।

—ত : জ্ঞা—ত=জ্ঞাত ; স্না—ত=স্নাত ; জি—ত=জিত ; ক্ৰী—ত=ক্ৰীত ; নী—ত=নীত। তেনেকৈ ; ভী—ভীত, শ্ৰু—শ্ৰুত, কৃ—কৃত, ধৃ—ধৃত, মৃ—মৃত, স্তু—স্তুত, হৃ—হৃত, শক্—শক্ত, মুচ্—মুক্ত, ত্যজ্—ত্যক্ত, ভজ্—ভক্ত, ভুজ্—ভুক্ত, যুজ্—যুক্ত, সৃজ্—সৃষ্ট, ক্ৰুধ্—ক্ৰুদ্ধ, বুধ্—বুদ্ধ, যুধ্—যুদ্ধ, ৰুধ্—ৰুদ্ধ, শুধ্—শুদ্ধ, সিধ্—সিদ্ধ, আপ্—আপ্ত, ক্ষিপ্—ক্ষিপ্ত, তপ্—তপ্ত, তৃপ্—তৃপ্ত, লিপ্—লিপ্ত, লুপ্—লুপ্ত, শপ্—শপ্ত, লভ্—লব্ধ, দিশ্—দিষ্ট, দৃশ্—দৃষ্ট, কৃষ্—কৃষ্ট, তুষ্—তুষ্ট, দুষ্—দুষ্ট, পুষ্—পুষ্ট, শিষ্—শিষ্ট, শ্লিষ্—শ্লিষ্ট, দহ্—দগ্ধ, দিহ্—দিগ্ধ, লিখ্—লিখিত, ৰঞ্চ্—ৰঞ্চিত, বাঞ্ছ্—বাঞ্ছিত, বেষ্ট্—বেষ্টিত, পঠ্—পঠিত, লুণ্ঠ্—লুণ্ঠিত, পত্—পতিত, ব্যথ্—ব্যথিত, নিন্দ্—নিন্দিত, বিদ্—বিদিত, বাধ্—বাধিত,

কম্প্—কম্পিত, গল্—গলিত, চল্—চলিত, মিল্—মিলিত, স্খল্—স্খলিত, জীৱ্—জীৱিত, ধাৱ্—ধাৱিত, ঈক্ষ্—ঈক্ষিত, কাঙ্ক্ষ্—কাঙ্ক্ষিত, তৃষ্—তৃষিত, ৰক্ষ্—ৰক্ষিত, শিক্ষ্—শিক্ষিত, ঘট্—ঘটিত, লস্—লসিত, হস্—হসিত, গৰ্হ্—গৰ্হিত, ৰহ্—ৰহিত, পালি—পালিত, স্থাপি—স্থাপিত, ৰোপি—ৰোপিত, জনি—জনিত, পূ—পূত, ভূ—ভূত, শ্রি—শ্রিত, ইষ্—ইষ্ট, গুপ্—গুপ্ত, লুপ্—লুপ্ত, অস্—অস্ত, গ্রস্—গ্রস্ত, ঘৃষ্—ঘৃষ্ট, গুহ্—গূঢ (গূঢ়), স্নিহ্—স্নিগ্ধ, মুহ্—মুগ্ধ, মূঢ (মূঢ়); ক্লম্—ক্লান্ত, ক্ষম্—ক্ষান্ত, শম্—শান্ত, শ্রম্—শ্রান্ত, জন্—জাত, নম্—নত, ৰম্—ৰত, মন্—মত, হন্—হত, ৰন্জ্—ৰক্ত (ৰং দিয়া, ৰঙা), সন্জ্—সক্ত (তু. আসক্ত), বন্ধ্—বদ্ধ, স্তন্ভ্—স্তব্ধ, ভ্রন্শ্—ভ্রষ্ট, ধ্বন্স্—ধ্বস্ত, মন্থ্—মথিত, ক্লিদ্—ক্লিন্ন, ক্ষুদ্—ক্ষুণ্ণ, ছিদ্—ছিন্ন, ভিদ্—ভিন্ন, ৰুজ্—ৰুগ্ন, বিজ্—বিগ্ন (তু. উদ্বিগ্ন), ভন্জ্—ভগ্ন, মস্জ্—মগ্ন, পূৰ্—পূৰ্ণ, চুৰ্—চূৰ্ণ, কৄ—কীৰ্ণ, জৄ—জীৰ্ণ, তৄ—তীৰ্ণ (তু. উত্তীৰ্ণ), শৄ—শীৰ্ণ, স্তৄ—স্তীৰ্ণ, ম্লা—ম্লান, ত্রৈ—ত্রাণ, ত্রাত; ক্লিশ্—ক্লিষ্ট, হৃষ্—হৃষ্ট, বি-শ্বস্=বিশ্বস্ত, ছাদি—ছন্ন, জ্ঞপি—জ্ঞপ্ত, স্ফায়্—স্ফীত, মা—মিত (জোখা), স্থা—স্থিত, দা—দত্ত, ধা—হিত, গ্রহ্—গৃহীত, হ্বে—হূত, ক্ষুধ্—ক্ষুধিত, বচ্—উক্ত, স্বপ্—সুপ্ত, গৈ—গীত, পচ্—পক্ব, শুষ্—শুষ্ক।

—তব্য: দা-তব্য=দাতব্য; মন্-তব্য=মন্তব্য; কৃ-তব্য=কৰ্তব্য; বচ্-তব্য=বক্তব্য: গম্-তব্য=গন্তব্য; দৃশ্-তব্য=দ্রষ্টব্য।

—তি: খ্যা-তি=খ্যাতি; গৈ-তি=গীতি; মা-তি=মিতি (জোখ); স্থা-তি=স্থিতি। তেনেকৈ: নী—নীতি, প্রী—প্রীতি, ভী—ভীতি, চ্যু—চ্যুতি, শ্রু—শ্রুতি, স্তু—স্তুতি, কৃ—কৃতি, স্মৃ—স্মৃতি, শক্—শক্তি, মুচ্—মুক্তি, বচ্—উক্তি, যুজ্—যুক্তি, ভজ্—ভক্তি, সৃজ্—সৃষ্টি, বৃত্—বৃত্তি, ঋধ্—ঋদ্ধি, বৃধ্—বৃদ্ধি, বুধ্—বুদ্ধি, শুধ্—শুদ্ধি, সিধ্—সিদ্ধি, ক্ষণ্—ক্ষতি, মন্—মতি, আপ্—আপ্তি (তু. প্রাপ্তি); তৃপ্—তৃপ্তি, দীপ্—দীপ্তি, স্বপ্—সুপ্তি, লভ্—



লব্ধি, ক্রম্—ক্রান্তি, ক্লম্—ক্লান্তি, ক্ষম্—ক্ষান্তি, গম্—গতি, নম্—নতি, ভ্রম্—ভ্রান্তি, ৰম্—ৰতি, শম্—শান্তি, শ্রম্—শ্রান্তি, দৃশ্—দৃষ্টি, তুষ্—তুষ্টি, পুষ্—পুষ্টি, বৃষ্—বৃষ্টি।

—তৃ (তা): দা-তৃ=দাতৃ (দাতা); পা-তৃ=পিতৃ (পিতা), মা-তৃ=মাতৃ (মাতা)। তেনেদৰে: নী—নেতা, ধা—ধাতা, পা—পাতা, জি—জেতা, শ্রু—শ্রোতা, ভৃ—ভৰ্তা, বিদ্—বেত্তা, হন্—হন্তা, বচ্—বক্তা, সৃজ্—স্রষ্টা, যুধ্—যোদ্ধা।

—ত্র: নী>নে-ত্র=নেত্র; শস্-ত্র=শস্ত্র।

—ন: যত্-ন=যত্ন; যজ্-ন=যজ্ঞ; স্বপ্-ন=স্বপ্ন; প্রচ্ছ্-ন=প্রশ্ন; ৰত্-ন=ৰত্ন।

—য (্য): কৃ-য=কাৰ্য; ধৃ-য=ধাৰ্য; বচ্-য=বাচ্য, বাক্য। তেনেদৰে: হৃ—হাৰ্য, ত্যজ্—ত্যাজ্য, ভজ্—ভাজ্য, ভুজ্—ভোজ্য, বুধ্—বোধ্য, ছিদ্—ছেদ্য, ভিদ্—ভেদ্য, মন্—মান্য, ভক্ষ্—ভক্ষ্য, হস্—হাস্য, বহ্—বাহ্য। আকৌ: জি—জেয়, শ্রু—শ্রব্য, ভূ—ভব্য, দা—দেয়, ধা—ধেয়, পা—পেয়, শক্—শক্য, সহ্—সহ্য, লভ্—লভ্য, গম্—গম্য, ৰম্—ৰম্য, গদ্—গদ্য, মদ্—মদ্য চৰ্—চৰ্য, বি-চৰ্=বিচাৰ্য, ভৃ—ভৃত্য, শাস্—শিষ্য, পণ্ডিত—মন্=পণ্ডিতমন্য (যিজনে নিজকে পণ্ডিত বুলি ভাবে)।

—ৰ: নম্-ৰ=নম্র; হিন্স্-ৰ=হিংস্র; অজস্-ৰ=অজস্র।

—ৱৰ: স্থা-ৱৰ=স্থাৱৰ; নশ্-ৱৰ=নশ্বৰ; ঈশ্-ৱৰ=ঈশ্বৰ, ভাস্-ৱৰ=ভাস্বৰ (উজ্জ্বল)।

—স্নু: স্থা-স্নু=স্থাস্নু (স্থাৱৰ)।

**১২ তদ্ধিত প্রত্যয়:** তদ্ধিত প্রত্যয়বোৰ যোগ হ'লেও কৃৎ প্রত্যয়ৰ নিচিনা মূল শব্দৰ শেষৰ স্বৰবৰ্ণৰ গুণ-বৃদ্ধি ৰূপ হয় আৰু কোনো কোনো ক্ষেত্রত মূল শব্দৰ তিৰ্যকৰূপো হয়।

—অ: মনু-অ=মানৱ; পাণ্ডু-অ=পাণ্ডৱ; যদু-অ=যাদৱ; কুৰু-অ=কৌৰৱ; দনু-অ=দানৱ; কুশিক-অ=কৌশিক; পৃথু-অ=পাৰ্থ; কশ্যপ-অ=কাশ্যপ; পুত্র-অ=পৌত্র; দুহিতৃ-অ=দৌহিত্র। আকৌ: বন্ধু-অ=বান্ধৱ; গুৰু-অ=গৌৰৱ; লঘু-অ=লাঘৱ; শিশু-অ=শৈশৱ। তেনেকৈ: বিষ্ণু—বৈষ্ণৱ, শিৱ—শৈৱ, শক্তি

শাক্ত, বিধি—বৈধ, অবিধি—অবৈধ, ব্যাকৰণ—বৈয়াকৰণ, শৰৎ—শাৰদ, ভূমি—ভৌম ; পৃথিৱী - পাৰ্থিৱ, পয়স—পায়স, তিল—তৈল, কুতূহল—কৌতূহল, মুনি -মৌন, পুৰুষ—পৌৰুষ, কুশল—কৌশল।

—আকিন্ ( আকী ) : এক-আকিন্=একাকিন্ ( একাকী )।

—আয়ন : নৰ-আয়ন=নাৰায়ণ ; কত্য-আয়ন=কাত্যায়ন (স্ত্রী) কাত্যায়নী।

—আলু : দয়া-আলু=দয়ালু ; নিদ্ৰা-আলু=নিদ্ৰালু ; কৃপা-আলু=কৃপালু ; শ্ৰদ্ধা-আলু=শ্ৰদ্ধালু ; তন্দ্ৰা-আলু=তন্দ্ৰালু।

—ই : দশৰথ-ই=দাশৰথি ; বল্মীক-ই=বাল্মীকি।

—ইক : দেহ-ইক=দৈহিক ; শৰীৰ-ইক=শাৰীৰিক ; মনস্-ইক=মানসিক। তেনেদৰে : বৰ্ষ—বাৰ্ষিক, দিন—দৈনিক, মাস—মাসিক, সমাজ—সামাজিক, অনুমান—আনুমানিক, লোক—লৌকিক, মুখ-মৌখিক, মূল—মৌলিক, যোগ—যৌগিক, ন্যায়--নৈয়ায়িক, অস্তি—আস্তিক, নাস্তি—নাস্তিক, অহ্ন—আহ্নিক, বেদান্ত—বৈদান্তিক, পুৰাণ—পৌৰাণিক, বেদ—বৈদিক, অলঙ্কাৰ, আলঙ্কাৰিক, সমুদ্ৰ—সামুদ্ৰিক, সৰ্বকাল—সাৰ্বকালিক, সম্প্ৰতি—সাম্প্ৰতিক, অধ্যাত্ম—আধ্যাত্মিক, অধিভূত—আধিভৌতিক, অধিদেৱ, আধিদৈৱিক, নগৰ—নাগৰিক, পুনঃ-পুনঃ—পৌনঃপুনিক।

—ইন্ ( ঈ ) : ধন-ইন্=ধনিন্ ( ধনী ) ; গুণ-ইন্=গুণিন্ ( গুণী ) ; সেইদৰে : মান—মানী, জ্ঞান—জ্ঞানী, সুখ—সুখী, দুঃখ—দুঃখী ( দুখী ), হস্ত—হস্তী, সাহস—সাহসী, উৎসাহ—উৎসাহী।

—ঈন : বিশ্বজন-ঈন্=বিশ্বজনীন ; সৰ্বজন-ঈন=সৰ্বজনীন, সাৰ্বজনীন।

—ইত : পুষ্প-ইত=পুষ্পিত ; দুঃখ-ইত=দুঃখিত ( দুখিত ) ; কলঙ্ক-ইত=কলঙ্কিত। তেনেকৈ : অঙ্কুৰ—অঙ্কুৰিত ; মঞ্জৰী—মঞ্জৰিত, পুলক—পুলকিত, আনন্দ—আনন্দিত, পণ্ডা—পণ্ডিত, বুভুক্ষা—বুভুক্ষিত, ৰোমাঞ্চ—ৰোমাঞ্চিত, তৃষ্ণা—তৃষিত, হৰ্ষ—হৰ্ষিত, প্ৰতিবিম্ব—প্ৰতিবিম্বিত, মূৰ্ছা—মূৰ্ছিত, দীক্ষা—দীক্ষিত।

—ইমন্ ( ইমা ) : লঘু-ইমন্=লঘিমন্ ( লঘিমা ) ; মহৎ-ইমন্=মহিমন্ ( মহিমা )। সেইৰূপে : নীল—নীলিমা, ৰক্ত—ৰক্তিমা, দীৰ্ঘ—দ্ৰাঘিমা, গুৰু—গৰিমা, মধুৰ—মধুৰিমা, অণু—অণিমা, বহু—ভূমা।



—ইম : অগ্ৰ-ইম=অগ্ৰিম ; অন্ত-ইম=অন্তিম।

—ইল : ফেন-ইল=ফেনিল ; পঙ্ক-ইল=পঙ্কিল ; জটা-ইল=জটিল ; কুট-ইল=কুটিল ;

—এয় : অগ্নি-এয়=আগ্নেয়।

—ঠ : কৰ্ম-ঠ=কৰ্মঠ।

—তন : উৰ্ধ্ব-তন=উৰ্ধ্বতন ; প্ৰাক্-তন=প্ৰাক্তন।

—তস্ ( তঃ ) : সাধাৰণ-তঃ=সাধাৰণতঃ ; দুৰ্ভাগ্যৱশ-তঃ=দুৰ্ভাগ্যৱশতঃ ; স্বভাৱ-তঃ=স্বভাৱতঃ ; অন্ত-তঃ=অন্ততঃ।

—ত্ব : দেৱ-ত্ব=দেৱত্ব ; অমৰ-ত্ব=অমৰত্ব ; প্ৰভু-ত্ব=প্ৰভুত্ব ; গুৰু-ত্ব=গুৰুত্ব। তেনেদৰে : মনুষ্য—মনুষ্যত্ব, পশু—পশুত্ব, লঘু—লঘুত্ব, দূৰ—দূৰত্ব, মহৎ—মহত্ত্ব, হ্ৰস্ব—হ্ৰস্বত্ব, দীৰ্ঘ—দীৰ্ঘত্ব।

—ত্য : দক্ষিণা-ত্য=দাক্ষিণাত্য ; পশ্চাৎ-ত্ব=পাশ্চাত্য।

—তা : উচ্চ-তা=উচ্চতা ; ভদ্ৰ-তা=ভদ্ৰতা। তেনেদৰে : নম্ৰ—নম্ৰতা, শিষ্ট—শিষ্টতা, সৰল—সৰলতা, দুৰ্বল—দুৰ্বলতা, কৃশ—কৃশতা, জন—জনতা, দেৱ—দেৱতা, চপল—চপলতা, অলস—অলসতা, অন্ধ—অন্ধতা, মূৰ্খ—মূৰ্খতা, মূক—মূকতা, ন্যূন—ন্যূনতা, ভীৰু—ভীৰুতা, উষ্ণ—উষ্ণতা, জড ( জড় )—জডতা ( জড়তা ), শীত—শীততা, পটু—পটুতা, মৃদু—মৃদুতা, দৃঢ ( দৃঢ় )—দৃঢতা (দৃঢ়তা), হ্ৰস্ব—হ্ৰস্বতা, দীৰ্ঘ—দীৰ্ঘতা।

—থা : সৰ্ব-থা=সৰ্বথা ; অন্য-থা=অন্যথা।

—দা : সৰ্ব-দা=সৰ্বদা, সদা।

—ধা : শত-ধা=শতধা ; দ্বি-ধা=দ্বিধা।

—ৱৎ ( ৱান ) : ধন-ৱৎ=ধনৱৎ ( ধনৱান ) ; গুণ-ৱৎ=গুণৱৎ ( গুণৱান )। তেনেকৈ : বিদ্যা—বিদ্যাৱান, ৰূপ—ৰূপৱান, বল—বলৱান, ক্ষমতা—ক্ষমতাৱান, লাভ—লাভৱান।

—ৱিন্ ( ৱী ) : মেধা-ৱিন্=মেধাৱিন ( মেধাৱী ) ; মায়া-ৱিন্=মায়াৱিন্

(মায়াৱী)। তেনেকৈ : তেজস্—তেজস্বী, তপস্—তপস্বী, যশস্—যশস্বী।

—ম : আদি-ম=আদিম ; মধ্য-ম=মধ্যম।

—মৎ (মান) : বুদ্ধি-মৎ=বুদ্ধিমৎ (বুদ্ধিমান) ; শক্তি-মৎ=শক্তিমৎ (শক্তিমান)। সেইৰূপে : শ্ৰী—শ্ৰীমান, মূৰ্তি—মূৰ্তিমান, ভক্তি—ভক্তিমান, খ্যাতি—খ্যাতিমান।

—ময় : স্বৰ্ণ-ময়=স্বৰ্ণময় ; বস্ত্ৰ-ময়=বস্ত্ৰময় ; জল-ময়=জলময়। সেইদৰে : কৃপা—কৃপাময়, দয়া—দয়াময়, মৃৎ—মৃন্ময় (মাটিৰে সজা), পাপ—পাপময়।

—মাত্ৰ : অণু-মাত্ৰ=অণুমাত্ৰ ;

—য (য) : অদিতি-য=আদিত্য ; ধীৰ-য=ধৈৰ্য। তেনেকৈ : গম্ভীৰ—গাম্ভীৰ্য, দীৰ্ঘ—দৈৰ্ঘ্য, চঞ্চল—চাঞ্চল্য, করুণা—কারুণ্য, সমীপ—সামীপ্য, তৰতম—তাৰতম্য। আকৌ : গ্ৰাম—গ্ৰাম্য, বন—বন্য, বৰ্গ—বৰ্গ্য, কণ্ঠ—কণ্ঠ্য, দন্ত—দন্ত্য, তালু—তালব্য, ওষ্ঠ—ওষ্ঠ্য, অন্ত—অন্ত্য, আদি—আদ্য, পদ—পাদ্য, অৰ্ঘ—অৰ্ঘ্য, নৱ—নব্য, সন্নিধি—সান্নিধ্য, মৰ্ত—মৰ্ত্য, সভা—সভ্য, অতিথি—আতিথ্য, ন্যায়—নায্য, পথ—পথ্য, বিষম—বৈষম্য, উদাসীন—ঔদাসীন্য, কৃপণ—কাৰ্পণ্য, উদাৰ—ঔদাৰ্য, সুজন—সৌজন্য, অধিক—আধিক্য, চোৰ—চৌৰ্য, শূৰ—শৌৰ্য, বীৰ—বীৰ্য, দূত—দৌত্য, জড (জড়)—জাড্য (জাড়্য), মন্দ—মান্দ্য, সুভগ—সৌভাগ্য, মধুৰ—মাধুৰ্য, পুৰোহিত—পৌৰোহিত্য, পণ্ডিত—পাণ্ডিত্য, অনুকূল—আনুকূল্য, সুহৃদ—সৌহাৰ্দ্য, নিপুণ—নৈপুণ্য।

—ৰ : পাণ্ডু-ৰ=পাণ্ডুৰ ; মুখ—মুখৰ (স্ত্ৰী. মুখৰী)। তেনেকৈ : উষ—উষৰ, মধু—মধুৰ, নগ—নগৰ।

—ল : শীত-ল=শীতল ; শ্ৰী-ল=শ্ৰীল ; বৎস-ল=বৎসল ; তেনেকৈ : শ্যাম—শ্যামল ; মাংস—মাংসল, কুশ—কুশল, মৃদু—মৃদুল।

—শ : কৰ্ক-শ=কৰ্কশ।

—সাৎ : ভস্ম-সাৎ=ভস্মসাৎ ; আত্মন্-সাৎ=আত্মসাৎ, অগ্নি-সাৎ=অগ্নিসাৎ, ভূমি-সাৎ=ভূমিসাৎ।



**বিশেষ দ্ৰষ্টব্য :** আগেয়ে নাছিল, এতিয়া হ'ল এই অৰ্থত কিছুমান ৰূপৰ পিছত কৃ ধাতুৰপৰা উৎপন্ন ৰূপ আৰু ভূ ধাতুৰ কৃদন্ত ৰূপ থাকিলে আগৰ ৰূপটোৰ অন্ত্য 'অ'ৰ ঠাইত 'ঈ' হয় আৰু আন অন্ত্য হ্ৰস্ব স্বৰ দীৰ্ঘ হয় ; যেনে, দূৰ-ভূত=দূৰীভূত, দূৰ-কৰণ=দূৰীকৰণ, বল-ভূত=বলীভূত, লঘু-কৰণ=লঘূকৰণ।

**১৩ উপসৰ্গ :** কিছুমান ধ্বনি বা ধ্বনি-সংযোগ ধাতুৰ আগত লগ লাগে। সেইবোৰৰ নিজৰ অৰ্থ নাই। কিন্তু সেইবোৰ লগ-লাগিলে লগ হোৱা ধাতুবোৰৰ মূল-অৰ্থৰ সলনি ঘটে।* উদাহৰণ স্বৰূপে 'হৃ' ধাতুৰ অৰ্থ হৰণ কৰা। কিন্তু আহাৰ, বিহাৰ, প্ৰহাৰ, পৰিহাৰ আদি শব্দত ধাতুৰ অৰ্থটো সলনি হৈ শব্দবোৰে আন অৰ্থহে প্ৰকাশ কৰিছে। ধাতুৰ আগত বহি ধাতুৰ অৰ্থ সলনি কৰা ধ্বনি বা ধ্বনি-সংযোগে উপসৰ্গ। সংস্কৃতত বিশটা উপসৰ্গ আছে। সেইবোৰৰ উদাহৰণ তলত দিয়া হ'ল :

প্ৰ— : প্ৰক্ৰিয়া, প্ৰকৃতি, প্ৰচ্ছদ, প্ৰণাম, প্ৰদান, প্ৰবন্ধ, প্ৰভাৱ, প্ৰমাণ, প্ৰয়াণ, প্ৰলাপ, প্ৰৱাহ, প্ৰস্থান, প্ৰহাৰ, প্ৰসাদ, প্ৰমাদ।

পৰা— : পৰাক্ৰম, পৰাজয়, পৰাভৱ, পৰায়ণ।

অপ— : অপমান, অপকাৰ, অপঘাত, অপচয়, অপমৃত্যু, অপযশ, অপৱাদ, অপব্যয়, অপহৰণ।

সম্— : সংযোগ, সংযম, সংসৰ্গ, সংস্কাৰ, সংহাৰ, সঙ্কল্প, সম্পৰ্ক, সম্ভৱ, সম্মোহ।

নি— : নিয়ম, নিষেধ, নিমন্ত্ৰণ, নিগ্ৰহ, নিগম, নিপাত, নিক্ষেপ, নিশ্বাস।

অৱ— : অৱকাশ, অৱতাৰ, অৱসৰ, অৱতৰণ।

অনু— : অনুকৰণ, অনুগ্ৰহ, অনুতাপ, অনুধাৱন, অনুপান, অনুমান, অনুৰাগ, অনুৰোধ, অনুৱাদ, অনুষ্ঠান, অনুসন্ধান, অনুসৰণ, অনুচৰ।

নিৰ্— : নিৰ্দেশ, নিৰ্ণয়, নিৰ্যাস, নিৰ্দোষ, নিৰ্গম, নিৰ্মাণ।

দুস্— (দুৰ) : দুঃসহ, দুৰাচাৰ, দুষ্কৰ, দুষ্কৃতি, দুৰ্মতি, দুৰ্গতি।

বি— : বিকাৰ, বিকৃতি, বিক্ৰম, বিকৰ্ষণ, বিজয়, বিজ্ঞান, বিৰেক, বিয়োগ, বিপত্তি, বিশ্ৰাম, বিস্তাৰ, বিস্ময়।

---

* উপসৰ্গেন ধাত্বৰ্থো বলাদন্যত্ৰ নীয়তে
প্ৰহাৰাহাৰ সংহাৰ বিহাৰ পৰিহাৰবৎ।

অধি— : অধিকাৰ, অধিবাস।

সু— : সুকৃতি, সুকৰ, সুগম, সুলভ, সুযোগ।

উৎ— : উৎচ্ছ্বাস, উচ্ছেদ, উৎকৰ্ষ, উত্তাপ, উত্থান, উৎপত্তি, উদ্গম, উৎসৰ্গ, উৎসাহ, উন্নতি, উৎকৃষ্ট, উদ্ধত, উৎপাত।

পৰি— : পৰিচয়, পৰিণতি, পৰিণয়, পৰিণাম, পৰিমাণ, পৰিতাপ, পৰিবৰ্তন, পৰিশিষ্ট, পৰীক্ষা।

প্ৰতি— : প্ৰতিকাৰ, প্ৰতিকৃতি, প্ৰতিক্ৰিয়া, প্ৰতিজ্ঞা, প্ৰতিপত্তি, প্ৰতিবাদ, প্ৰতিষ্ঠা, প্ৰতিবোধ, প্ৰতিপন্ন, প্ৰত্যয়।

অভি— : অভিবাদন, অভিমান, অভিনয়, অভিজ্ঞান (চিহ্ন), অভিশাপ, অভিলাষ, অভিৰুচি।

অতি— : অতিক্ৰম, অতিপাত, অতীত, অতিৰিক্ত।

অপি— : অপিধান (আৱৰণ)।

উপ— : উপকাৰ, উপকৰণ, উপচাৰ, উপদেশ, উপভোগ, উপশম, উপবাস, উপহাৰ, উপসৰ্গ, উপযুক্ত।

আ— : আকাৰ, আক্ষেপ, আগম, আগমন, আঘাত, আচাৰ, আজ্ঞা, আদান, আধাৰ।

---

# ৰূপ-সূচী*



* পৰিশিষ্টত থকা ৰূপবোৰ এই তালিকাৰ অন্তৰ্ভুক্ত কৰা নাই।